# শ্ৰীমদ্ভগবদ্গীতাৰ

## অসমীয়া ভাঙনি

— আৰু —

গীতাৰ আধ্যাত্মিক অৰ্থৰ আভাস।

( শ্ৰীৰাধিকানন্দ চৌধুৰী )

( প্ৰশান্তমূৰ্ত্তি )

---

মূল্য ১।।০ ; পকাবান্ধা ১৵০ অনা

প্ৰকাশক—
আসাম প্ৰেছ,
গুৱাহাটী—



অনুবাদকৰ অনুমতিক্ৰমে এই ২য় সংস্কৰণ ছপা কৰা হ'ল।

প্ৰকাশক।

প্ৰিণ্টাৰ—
শ্ৰীস্বৰূপ চন্দ্ৰ কলিতা
আসাম প্ৰেছ,
গুৱাহাটী।
২৮।৮।৪৭

# পূৰ্ব্বাভাষ।

আজি শুনাহি গীতাৰ বাণী।
অতি লয়লাসে শোভে পীতবাসে
কৰুণাময় স্বামী ॥

কেনে সুশোভন অধৰ অৰুণ
ফুটোঁ ফুটোঁ কৰে হাঁহি ;
জ্ঞান সুৰ কৰি ভক্তি তান ধৰি
বজায় নেদেখা বাঁহী।
আজি শুনাহি গীতাৰ বাণী।

নীলে নীলে মিলি নীলিমা বিজুলী
প্ৰকাশে মধুৰ অতি ;
চমকি চমকি অঙ্গে অঙ্গে ইকি
মধুৰে মধুৰ ভাতি।
আজি শুনাহি গীতাৰ বাণী।

একত্ব তানৰ অদৃশ্য ভাবৰ
অলকা তিলক ভালে ;

প্ৰেমৰ মাধুৰী প্ৰেমতে ৰাগৰি
লাহে লাহে হালে জালে।
আজি শুনাহি গীতাৰ বাণী।

আমি পাৰ্থবৰ মহা ধনুৰ্ধৰ
গাণ্ডীব আমাৰ ধৃতি ;
শ্ৰীকৃষ্ণে আমাক 'সখি' বুলি মাতি
হৰিছে আমাৰ স্মৃতি।
আজি শুনাহি গীতাৰ বাণী।

পাহৰি সংসাৰ হওঁ চিদাকাৰ
আতমা প্ৰতীতি লই ;
আতমা আতমা চিন্ময় প্ৰতিমা
আতমা আমাৰ "মই"।
আজি শুনাহি গীতাৰ বাণী।

আতমা আমাৰ আমি বিশ্বাত্মাৰ
সংযম আমাৰ হাঁহি ;
জ্ঞানৰ সফুৰা ভক্তি ৰসে ভৰা
বজোৱা প্ৰেমৰ বাঁহী।
আজি শুনাহি গীতাৰ বাণী।



নিত্য সাধনা ধ্যান ধাৰণা
জীৱনফুলৰ পাহি ;
সি ফুলেৰে পূজি একত বিৰাজি
যাওঁগৈ প্ৰেমত ভাহি।
আজি শুনাহি গীতাৰ বাণী।

সংসাৰ মাধুৰী ভাবৰ লহৰী
একত্ব ৰসেৰে ভৰা ;
প্ৰেমে খেলি জালে নাচে তালে তালে
মধুৰ মিলনে তৰা।
আজি শুনাহি গীতাৰ বাণী

১৫ শাওণ
১৩২৬

# শ্ৰীমদ্ভগবদ্গীতা।



## প্ৰথম অধ্যায়।



ধৃতৰাষ্ট্ৰে শুধিলে,

ধৰ্ম্মভূমি কুৰুক্ষেত্ৰে যুজিবৰ মনে,
কি কৰিলে মোৰ আৰু পাণ্ডুপুত্ৰগণে ?" ১।

সঞ্জয়ে উত্তৰিলে,

পাণ্ডবৰ সেনাগণে বেহু পাতা দেখি,
কুৰুৰাজ দুৰ্য্যোধন সচঞ্চল আখি ;
দ্ৰোণৰ সমুখে গই নমস্কাৰ কৰি,
আৰম্ভিলে এই দৰে শিষ্যত্ব আচৰি। ২॥
"চোৱা গুৰু ! বেহুঁপাতা পাণ্ডুসেনাগণ,
মাজে তব শিষ্য ধৃষ্টদ্যুম্ন বুদ্ধিমান। ৩।

পাণ্ডবৰ সেনামাজে মহাৰথী বহু ৰাজে
ভীমাৰ্জ্জুন সমকক্ষ বাৰ ;

কাশীৰাজ, যুযুধান,    উত্তমৌজা বীৰ্য্যবান,
পুত্ৰগণ আৰু দ্ৰৌপদীৰ ।
যুধামন্যু বীৰবৰ,    অভিমন্যু ধুৰন্ধৰ,
বিৰাট, দ্ৰুপদ মহাবীৰ ;
পুৰুজিৎ বলবান,    ধৃষ্টকেতু চেকিতান,
শৈব্য আৰু কুন্তিভোজ ধীৰ । ৪—৬ ।
সৈন্যৰ নায়ক মোৰ,    জ্ঞাপনাৰ্থে দ্বিজবৰ,
প্ৰধান যি কওঁ একে একে ;
তুমি, ভীষ্ম, কৃপ, কৰ্ণ,    অশ্বত্থামা সুবিকৰ্ণ,
সৌমদত্তি, জয়দ্ৰথ, সবে । ৭—৮ ।
আছে বীৰ বহু অন্য,    ৰণে সুনিপুণ ধন্য,
নানা অস্ত্ৰ প্ৰহাৰিব জানে ;
মোৰ হিতাকাঙ্ক্ষা কৰি,    জীৱনৰ আশা এৰি,
বাধা বিঘ্নি একোকে নামানে । ৯ ।
অপৰ্য্যাপ্ত মোৰ সৈন্য.    সবে বীৰ অগ্ৰগণ্য,
বীৰ্য্যবান ভীষ্মে ৰক্ষা কৰে ;
পৰ্য্যাপ্ত পাণ্ডবদল,    নাই কাৰো বেচি বল,
ভীমসেনে ৰক্ষিব নোৱাৰে ।
তথাপিতো মনে মোৰ,    উদিছে সংশয় ঘোৰ,
পাছে কিবা হওঁ পৰাজিত ;





কি জানি কি দৈববলে,    মোৰ সেনা ৰণস্থলে,
সুকৌশলে নহয় ৰক্ষিত । ১০ ।
সিহেতু সাহসবলে,    থাকি সবে স্থলে স্থলে,
নিজে নিজে নিজ ঠাই ৰখি;
সদা সতৰ্কিত হই,    যুদ্ধ কৰি গুৰু ! ৰই,
ভীষ্মক ৰক্ষিবা চতুৰ্দ্দিশি ।" ১১ ।
পাছে ভীষ্ম পিতামহ,    প্ৰবল প্ৰতাপ সহ,
সিংহনাদ কৰি বীৰবৰ ;
ৰাজা দুৰ্য্যোধনচিত্ত,    কৰি মহা উল্লসিত,
শঙ্খনাদ কৰিলে গভীৰ । ১২ ।
তুৰী ভেৰী আৰু অন্য,    ৰণবাদ্য ভিন্ন ভিন্ন,
ঢাক ঢোল হঠাতে বাজিল ;
উঠিল তুমুল ৰোল,    ভয়ানক কোলাহল,
ভাঙি যেন আকাশ পৰিল । ১৩ ।
পাছে শ্বেত অশ্বযুক্ত,    মহৎ ৰথত স্থিত,
কৃষ্ণাৰ্জ্জুনে শঙ্খনাদ কৰে ;
পাঞ্চজন্য হৃষীকেশে,    দেবদত্ত ধনঞ্জয়ে,
দিব্য শঙ্খ বজালে ৰঙেৰে ।
ভীমকৰ্ম্মী বৃকোদৰে    সুগভীৰ শবদেৰে
পৌণ্ড্ৰ নামে শঙ্খ ফুকিয়ালে ;

অনন্ত বিজয় নামে,   মহাৰাজ যুধিষ্ঠিৰে
পাছে শঙ্খ নিজৰ বজালে ।
হৃদয় আনন্দময়,   সুনীপুণ বীৰদ্বয়,
যমজ নকুল সহদেৱে ;
সুঘোষ, মণিপুষ্পক,   দুয়ো শঙ্খ ভয়ানক,
বজালে উল্লাসে উচ্চৰবে । ১৪-১৬ ।
মহাৰথী শিখণ্ডীয়ে,   কাশ্য আৰু সাত্যকীয়ে,
আৰু পঞ্চ দ্ৰৌপদীতনয় ;
অভিমন্যু দ্ৰুপদেও,   ধৃষ্টদ্যুম্ন বিৰাটেও,
সবে শঙ্খ সগৰ্ব্বে বজায় । ১৭-১৮ ।
ভয়ানক শঙ্খৰোল   চাৰিদিক ভেদি গ'ল,
স্বৰ্গ, মৰ্ত্ত্য, সকলো কঁপিল ;
কৌৰব হৃদয়চয়,   মহাশব্দে বিদাৰয়,
যেন মহা প্ৰলয় মিলিল । ১৯ ।
শুনা, কুৰুমহাৰাজ !   ধনঞ্জয় কপিধ্বজ,
ৰণোন্মুখ সকলো নিৰখি ;
হাতে ধৰি ধনুশৰ,   ধীৰে ধীৰে বীৰবৰ,
মাধৱক কলে, "শুনা সখি !" ২০ ।
"উভয় সেনাৰ মাজে ৰাখা ৰথখন,
মই যাতে চাব পাৰোঁ কুৰু সেনাগণ ।





দুষ্টমতি কৌৰবৰ প্ৰিয়াকাঙ্ক্ষী বীৰ,
চাম যত যুদ্ধকামী কৰা ৰথ স্থিৰ ;
কাৰ লগে যুজোঁ মই সমৰত পশি,
মোৰ সমকক্ষ বীৰ নিৰখিম সখি । ২১-২৩ ।
বীৰোচিত কথা কৃষ্ণে শুনি অৰ্জ্জুনৰ,
ৰাখি মাজে ৰথোত্তম উভয় সেনাৰ ;
কলে ভাৰতক, "পাৰ্থ ! চোৱা হেৰা সব,
ভীষ্ম, দ্ৰোণ আৰু অন্য বহুত কৌৰব ।" ২৪-২৫
সি স্থানত সমাগত   দেখিলে অৰ্জ্জুনে যত
মহাবীৰ উভয় পক্ষত ;
পিতৃব্য, মাতুল, সখা   বন্ধু গুৰু, মহাযশা
আৰু অন্য ইষ্ট মিত্ৰ কত । ২৬ ।
আত্মীয় সৈনিক যত   দেখি পাৰ্থ বিষাদিত
কলে মাধৱক দুখ মনে ;
"হেৰা সখি-স্বজনক,   ৰণস্থিত যুজাৰুক,
দেখি দেহ কঁপে মোৰ ঘনে !
"শুকাল যে মুখ মোৰ ৰোমাঞ্চিত তনু,
শৰীৰ দহিছে মোৰ খহি পৰে ধনু ! ২৭-২৯ ।
ঘূৰিছে যে মূৰ মোৰ থাকিব নোৱাৰোঁ,
বিপৰীত কুলক্ষণ নিৰীক্ষণ কৰোঁ । ৩০ ।

নালাগে হে ৰাজ্য সখি নালাগে বিজয়,
বন্ধুজন মাৰা মোৰ উচিত নহয় । ৩১ ।
যাৰ নিমিত্তেই আশা কৰোঁ ৰাজ্যধন,
সি সব মাৰাৰ নাই একো প্ৰয়োজন । ৩২ ।
দ্ৰোণ, ভীষ্ম আৰু অন্য পিতা পুত্ৰগণ ;
মাতুল, শহুৰ আৰু ভাই বন্ধুজন ;
আহিছে যুদ্ধক এৰি জীৱনৰ আশা,
মাৰিবৰ ইচ্ছা নাই কওঁ শুনা সখা ! ৩৩-৩৪ ।
ৰাজ্য লাভ কথা এৰা, ত্ৰিভুবনো পালে,
কিনো সুখ হব সখি ! কৌৰৱ বধিলে ? ৩৫ ।
( অন্যায় উপায়ে নৰে হিংসা আচৰিলে
সিজনক সাধুসবে আততায়ী বোলে ।)
যদিও বা পাপ নাই আততায়ী বধে,
স্বজন বধৰ, সখি ! পাপ কোনে বোধে ?
স্বজন বধিলে মহা পাপ উপজয়,
কৌৰৱ সংহৰা মোৰ উচিত নহয় । ৩৬ ।
মিত্ৰদ্ৰোহে কুলক্ষয়ে যি পাতক হয়,
যদিও নেদেখে লোভী কৌৰৱ নিচয় ;
জানি শুনি আমি কিয় স্বজন বধিম,
মহা পাপ ইটো সখি, কিয়নো কৰিম ? ৩৭-৩৮ ।





কুলক্ষয় হলে কুলধৰ্ম্ম নষ্ট হয়,
ধৰ্ম্মনষ্ট হলে কুল পাপে মগ্ন ৰয় । ৩৯ ।
পাপাধীনা কুলস্ত্ৰীৰ সতীত্ব আঁতৰে,
জাৰজ সন্তানে পাছে জন্মলাভ কৰে । ৪০ ।
জাৰজ জন্মিলে হয় পিণ্ডক্ৰিয়ালোপ,
পিতৃপিতামহে পশে নৰকৰ কূপ । ৪১ ।
কুলঘ্নৰ দোষে নাশে কুলধৰ্ম্মধন,
জাৰজ সন্তানে জাতিধৰ্ম্ম সনাতন । ৪২ ।
নষ্ট হলে সনাতন কুলধৰ্ম্মধন,
বাস কৰে নৰকত লুপ্তধৰ্ম্মীজন । ৪৩ ।
ৰাজ্যসুখলাভ হেতু বধিম স্বজন ?
হায় সখি ! মহাপাপ কৰিছোঁ মনন । ৪৪ ।
অস্ত্ৰ এৰি হলোঁ মই ৰণ-পৰাঙ্মুখ—
মাৰিলে কৌৰবে মোক সিয়ো মোৰ সুখ ।” ৪৫ ।
এই বুলি ধনঞ্জয় বহিল ৰথত—
এৰি থলে ধনুশৰ মনৰ দুখত । ৪৬ ।

ইতি বিষাদযোগ ।

---

# দ্বিতীয় অধ্যায়।



সঞ্জয়ে কলে,

অৰ্জ্জুনক বিষাদিত সজল নয়ন,
সম্বোধি শ্ৰীকৃষ্ণে কলে মধুৰ বচন। ১।
"বিষম সমৰ সমুখত উপস্থিত,
কি কাৰণে তুমিপাৰ্থ, হলা বিষাদিত?
অস্বৰ্গ্য, অকীৰ্ত্তিকৰ ই কাৰ্য্য নিশ্চয়;
আৰ্য্য-অনুচিত কিয় মোহৰ উদয়? ২।
ক্লৈব্য এৰা ধনু ধৰা মোহ নুযুৱায়,
হৃদয়ৰ দুৰ্ব্বলতা এৰা ধনঞ্জয়"। ৩।

অৰ্জ্জুনে উত্তৰিলে,

পূজ্য-ভীষ্ম আৰু গুৰু দ্ৰোণৰ লগত,
কিৰূপে যুজিম মই শৰেদি ৰণত? ৪।
মহাজন গুৰুজন নামাৰি যুদ্ধত,
ভিক্ষা মাগি খাব লাগে যদি সংসাৰত,
সিও ভাল; তথাপিতো মাৰি গুৰুজন,
নোৱাৰোঁ ভুঞ্জিব আমি সুখে ৰাজ্যধন। ৫।





মৃত্যু ইচ্ছা হয় যি সবৰ মৰণত,
সি সব বিপক্ষৰূপে স্থিত সমুখত।
কি যে ভাল মোৰ—জয় কিম্বা পৰাজয়?
নোৱাৰোঁ কৰিব সখি! একোকে নিশ্চয়। ৬।
হইছে দুৰ্ব্বল বুকু, মনো যে বিকল—
তুমি গুৰু মই শিষ্য কোৱা যিটো ভাল। ৭।
ৰাজ্যলাভ স্বৰ্গলাভ নেদেখোঁ একোতে,
হৃদয়বিদৰা দুখ দূৰ হয় যাতে। ৮।

সঞ্জয়ে কলে,

"নুযুজোঁ হে কৃষ্ণ মই" বুলি সকাতৰে
মৌনী হল গুড়াকেশ অতি দুখভৰে। ৯।
বিষাদিত অৰ্জ্জুনক সেনাৰ মাজত,
হাঁহি হৃষীকেশে কলে, "শুনা হে ভাৰত। ১০।
জ্ঞানীৰ নিচিনা কথা কই সুনিশ্চয়,
শোকত অধীৰ হোৱা উচিত নহয়;
অনৰ্থক তুমি কিয় শোকত আকুল?
জীয়া মৰা অৰ্থে জ্ঞানী নহয় ব্যাকুল। ১১।
ৰণস্থিত ৰাজাগণ তুমি মই আদি
আছিলোঁ, থাকিম আমি—আমি যে অনাদি। ১২।

শৈশৱ, যৌবন, জৰা—অবস্থাৰ ভেদ,
মৃত্যুও তদ্ৰূপ সখি ! জানি এৰা খেদ । ১৩ ।
শীত উষ্ণ সুখ দুখ সমানে সহিবা,
অনিত্য ইন্দ্ৰিয়কাৰ্য্য নিশ্চয় জানিবা । ১৪ ।
সুখে দুখে সমভাবে থাকে যিটো নৰে,
অনায়াসে অমৃতত্ব তেহেঁ লাভ কৰে । ১৫ ।
নিত্য বস্তু সৰ্ব্বদায় অনন্ত অক্ষয়,
অনিত্য বস্তুৰ সখি ! অস্তিত্ব নহয়—
এই তত্ত্ব নিৰূপণ কৰি জ্ঞানীজনে,
অচল অটল ভাবে থাকে সৰ্ব্বক্ষণে । ১৬ ।
অবিনাশী, সৰ্ব্বব্যাপী আত্মা যি নিশ্চয়,
জানিবা অৰ্জ্জুন, সদা অনন্ত অক্ষয় । ১৭ ।
দেহৰ অতীত আত্মা সনাতন সত্য,
যুদ্ধ কৰা পাৰ্থ, জানি দেহ যে অনিত্য । ১৮ ।
আত্মাই মাৰিছে বুলি কল্পনা যি কৰে,
অথবা যি জনে ভাবে, "আত্মা কিবা মৰে";
নাজানে সিহঁতে সখি ! কেনে আত্মাধন—
ক্ৰিয়াহীন, নিত্য, শুদ্ধ, আত্মা অমৰণ । ১৯ ।
নমৰে নজন্মে আত্মা উৎপত্তিৰহিত,
দেহ নষ্ট হোৱা স্বত্বে আত্মা অজ নিত্য । ২০ ।





নিত্য অবিনাশী বুলি আত্মাক যি জানে,
কাক নো বধিব সখি কিৰূপে সি জনে ? ২১ ।
গাৰ আবৰণ যদি ছিন্ন ভিন্ন হয়,
জীৰ্ণ বস্ত্ৰ এৰি নৰে নব বস্ত্ৰ লয়;
আত্মাৰেই আবৰণ প্ৰাণীদেহচয়—
জীৰ্ণ হলে এৰি জীৱে অন্য দেহ লয় । ২২ ।
অস্ত্ৰৰ অকাট্য আত্মা নোপোৰে জুইত,
বতাহে নোশোষে আত্মা নিতিজে পানীত । ২৩ ।
অছেদ্য অদাহ্য আত্মা অক্লেদ্য অশোষ্য,
অচঞ্চল স্থিৰ এক সৰ্ব্বব্যাপী নিত্য । ২৪ ।
অব্যক্ত, অচিন্ত্য আত্মা বিকাৰৰহিত,
তেন জানি শোক কৰা অতি অনুচিত । ২৫ ।
জন্মে মৰে বুলি আত্মা যদি মনে লয়,
তথাপিতো শোক পাৰ্থ, উচিত নহয় । ২৬ ।
জন্মিলে মৰিব লাগে প্ৰথা চিৰন্তন,
মৰিলেই জন্মে ইটো কৰ্ম্মৰ বিধান ;
যিটো পৰিহাৰ্য্য জানা কদাপি নহয় ।
তাৰ অৰ্থে শোক কিয় কৰা, ধনঞ্জয় ? ২৭ ।
আদিতে অব্যক্ত জীৱ মাজতেহে ব্যক্ত,
জীৱনান্তে মৃত্যু হয়—পুনশ্চ অব্যক্ত—

জন্মে, বাচি থাকে, মৰে জীৱৰ শৰীৰ-
সিকাৰণে কিয় হোৱা শোকত অধীৰ ? ২৮ ।
"এই আত্মা আচৰিত", কাৰো মনে হয়,
"এই আত্মা আচৰিত" বুলি অন্যে কয় ।
"এই আত্মা আচৰিত" বুলি অন্যে শুনে,
আত্মাৰ প্ৰকৃত তত্ত্ব তথাপি নাজানে । ২৯ ।
অমৰণ, অভগন আত্মা সদা ৰয়,
দেহৰ মৃত্যুত শোক উচিত নহয় । ৩০ ।
ক্ষত্ৰিয়ৰ শ্ৰেষ্ঠ ধৰ্ম্ম যুদ্ধই নিশ্চয়,
মোহযুক্ত হই কিয় কঁপা ধনঞ্জয় ? ৩১ ।
যুদ্ধৰূপ স্বৰ্গদ্বাৰ উন্মুক্ত আপুনি,
ভাগ্যবান ক্ষত্ৰিয়েই যুজে হেন জানি । ৩২ ।
যুদ্ধ নকৰিলে পাৰ্থ ! ধৰ্ম্ম হব নষ্ট,
স্বধৰ্ম্ম, স্বকীৰ্ত্তি নাশি নিজে হবা ভ্ৰষ্ট । ৩৩ ।
লোকেও তোমাৰ গাব কুযশ অক্ষয়,
মানীৰ কুযশ সখি ! মৃত্যুতুল্য হয় । ৩৪ ।
পূৰ্ব্বত প্ৰশংসা কৰা মহাৰথীগণে ;
ভয়ে ভঙ্গ দিলা বুলি কদথিব ঘনে । ৩৫ ।
কুৰুটনা যদি তব ৰটে শত্ৰুচয়,
ততোধিক কিনো আছে দুখৰ বিষয় । ৩৬ ।





মৰা যদি স্বৰ্গ পাবা জয়ী হলে ৰাজ্য.
উঠা বীৰ ! ধৈৰ্য্য ধৰি সাধা নিজ কাৰ্য্য । ৩৭ ।
লাভালাভ সুখ দুখ জয় পৰাজয়,
সমজ্ঞান কৰি যুজা—অধৰ্ম্ম নহয় । ৩৮ ।
আত্মতত্ব সাংখ্যমতে কৰিলোঁ বৰ্ণন,
যোগতত্ত্বজ্ঞান কওঁ কৰিবা মনন ;
যি জ্ঞান প্ৰভাৱে জীৱে লভে মোক্ষধন,
যি জ্ঞানত খহি পৰে কৰ্ম্মৰ বন্ধন । ৩৯ ।
নাই কোনো পাপ আৰম্ভৰো নাশ নাই,
অল্পানুষ্ঠানতো ভয় হন্তে ত্ৰাণ পায় । ৪০ ।
যোগত একাগ্ৰ চিন্তা শুনা ধনঞ্জয়,
সকাম কৰ্ম্মীৰ চিন্তা বহুশাখাময় । ৪১ ।
"সকাম কৰ্ম্মত বাজে সাৰতত্ব নাই".
মূৰ্খে ফুৰে হেন বিসঁচীয় কথা কই ;
অল্পবুদ্ধি, অবিবেকী, স্বৰ্গপৰায়ণ,
ভোগ আশে কৰ্ম্মকাণ্ড কৰে নিৰুপণ ।
বিসঁচীয়া কথাত বিশ্বাসপৰায়ণ,
কৰ্ম্মাসক্ত, ভোগ ঐশ্বৰ্য্যত যাৰ মন ;
একাগ্ৰ নহয় চিন্তা সিটো পুৰুষৰ ;
কদাপি নহয় চিত্ত সমাধি যোগ্যৰ । ৪২-৪৩ ।

সত্ব, ৰজঃ তম, প্ৰকৃতিৰ তিনি গুণ,
গুণাধীন ক্ৰিয়াকাণ্ড বেদৰ অৰ্জ্জুন!
নিষ্কাম মাৰ্গত হোৱা সমতাত স্থিত,
ব্ৰহ্মনিষ্ঠ, শুদ্ধচিত্ত, ত্ৰিগুণ ৰহিত। ৪৫।
বাৰিবাৰ পানীত ডুবিলে সৰ্ব্ব ঠাই,
যেনে কোনো পুখুৰীৰ প্ৰয়োজন নাই;
ক্ৰিয়াকাণ্ড বেদো হয় পুখুৰীৰ দৰে।
জীৱে যেতিয়াই ব্ৰহ্মজ্ঞান লাভ কৰে। ৪৬।
কৰ্ম্মে অধিকাৰ তব, ফলত নহয়,
ফলাকাঙ্ক্ষা এৰি কৰ্ম্ম কৰা ধনঞ্জয়! ৭৪।
একনিষ্ঠ যোগে আসক্তিক ত্যাগ কৰা,
স্থিৰভাবে কৰ্ম্ম কৰি ফলাকাঙ্ক্ষা এৰা;
সিদ্ধি অসিদ্ধিত সমভাব যেন ৰয়,
সমতাই যোগ নামে পৰিচিত হয়। ৪৮।
জ্ঞানাপেক্ষা ‘কাম্য’ কৰ্ম্ম অতি অপকৃষ্ট—
“কামী” হেয়—কৰা জ্ঞানাশ্ৰয় অতি শ্ৰেষ্ঠ। ৪৯।
সুকৰ্ম্ম দুষ্কৰ্ম্ম জ্ঞানী এৰে জ্ঞান বলে,
যুক্ত হোৱা যোগৰূপ কৰ্ম্মৰ কৌশলে। ৫০।
কৰ্ম্মফল ত্যাগ কৰি, শ্ৰেষ্ঠ জ্ঞানীজন,
লভে জীৱন্মুক্তি পদ অনাময় ধন। ৫১।





চিন্তাযোগে পাৰ হলে মোহমেৰঘৰ,
জানিবা উঠিব জ্বলি জুই বৈৰাগ্যৰ। ৫২।
শ্ৰুতি স্মৃতি বাদাবাদ অবহেলা কৰি,
মন থিৰ সমাধিত চঞ্চলতা এৰি;
আত্মাত সকলো চিন্তা হলে কেন্দ্ৰীভূত,
লভিবা নিশ্চয় তুমি তত্ত্বজ্ঞান যত। ৫৩।
শুনি কেশবৰ কথা শুধিলে অৰ্জ্জুন,
আত্মজ্ঞানী পুৰুষৰ কিৰূপ লক্ষণ?
ভাষণ, আসন আৰু গমন ভ্ৰমণ,
স্থিতপ্ৰজ্ঞ পুৰুষৰ কিবা আচৰণ? ৫৪।
সকলো কামনা ত্যজি হলে আত্মৰত,
স্থিতপ্ৰজ্ঞ বুলি সখি, হয় তেওঁ খ্যাত। ৫৫।
সুখে দুখে অনুদ্বিগ্ন ব্ৰহ্মযুক্ত মন,
ভয়ক্ৰোধাশক্তি নাই স্থিতধী সিজন। ৫৬।
স্থিতপ্ৰজ্ঞজন কৰ্ম্মফলে অনাসক্ত
সুখে দুখে সমভাব, সদা কষ্টমুক্ত। ৫৭।
কূৰ্ম্মে যেনে নিজ অঙ্গ কৰে সঙ্কোচন,
ইন্দ্ৰিয় নিগ্ৰহে তথা স্থিতপ্ৰজ্ঞজন। ৫৮।
বিষয়সংস্পৰ্শত্যাগ মাত্ৰে মানুহৰ,
নিবৃত্তি নহয় সখি, ভোগাভিলাষৰ;

কিন্তু ব্ৰহ্মদৰশনে মুমুক্ষুজনৰ,
অপ্ৰয়াসে নষ্ট হয় আকাঙ্খা ভোগৰ । ৫৯ ।
মুক্তিলাভে যত্নপৰ বিবেকাজনৰ,
উন্মত্ত ইন্দ্ৰিয়ে কৰে হৰণ মনৰ । ৬০ ।
সদায় সংযমী কিন্তু স্থিতপ্ৰজ্ঞজন—
তুমিও সংযত হই মোত দিয়া মন । ৬১ ।
বিষয়ক চিন্তি নৰে আসক্তি লভয়,
আসক্তিৰ পৰা হয় কামৰ উদয় ;
পুনশ্চ কামৰ পৰা ক্ৰোধ উপজয়,
ক্ৰোধত জানিবা হয় মোহঅভ্যুদয় ;
মোহত বিবেক নষ্ট স্মৃতিভ্ৰংশ হয়,
স্মৃতিভ্ৰংশ হলে ঘটে জ্ঞানৰ বিলয় ।
জীৱন্তেতে যি জনৰ জ্ঞান লোপ হয়,
প্ৰাজ্ঞজনে তাক সখি ! জীৱন্মৃত কয় । ৬২-৬৩ ।
হিংসাৰাগশূন্য বশীভূত চিত্ত যাৰ,
ইন্দ্ৰিয়ে বিষয় স্পৰ্শ কৰিলেও তাৰ ;
আত্মবশে ৰাখি সদা ইন্দ্ৰিয়নিচয়,
সেই মহাজনে শান্তি লভে, ধনঞ্জয় । ৬৪ ।
আত্মশান্তি আহা মাত্ৰে সৰ্ব্বদুখ মৰে ;
শান্তচিত্ত নৰে সখি; জ্ঞানত বিহৰে । ৬৫ ।





কেন্দ্ৰীভূত চিন্তা নাই অযুক্ত নৰৰ,
চিন্তা অভাৱত একো নাজানে ধ্যানৰ ;
আত্মধ্যানহীন নৰ শান্তিশূন্য হয়,
অশান্ত জনৰ সুখ ক'ত ধনঞ্জয় । ৬৬ ।
অজিত ইন্দ্ৰিয় যদি মনযুক্ত হয়,
চিত্তশুদ্ধি দূৰ কথা বিবেকো হৰায় ;
ধুমুহা কোবত যেনে নাও চলি যায়,
সিদৰে ইন্দ্ৰিয়ে কৰে প্ৰজ্ঞাৰ প্ৰলয় । ৬৭ ।
সিকাৰণে মহাবাহু ! জানিবা নিশ্চয়,
জিতেন্দ্ৰিয় পুৰুষক প্ৰাজ্ঞ বুলি কয় । ৬৮ ।
প্ৰাণীৰ নিশাত হয় দিন সংযমীৰ,
সংযমীৰ ৰাতি হয় দিনত প্ৰানীৰ ।
( বিষয়ে আসক্ত থাকি অবিবেকীগণ,
তত্ত্ববিষয়ত সদা থাকে অচেতন ;
কিন্তু বিষয়ত অনাসক্ত জ্ঞানীজন,
তত্ত্বজ্ঞানে আত্মধ্যানে ধৰি ৰাখে মন ) । ৬৯ ।
মহাসাগৰৰ পানী সদায় অচল,
পশি তাত লোপ পায় নদনদীজল ;
সিদৰে কামনাৰাশি যি মুনিৰ মৰে,
তেওঁ শান্তি লভে ; অসংযমীয়ে নোৱাৰে । ৭০ ।

কৰ্ম্মে অনাসক্তমন বিষয়স্পৃহাত্যাগী,
লভে মহাশান্তি সেই মোহমুক্তযোগী । ৭১
ব্ৰহ্মে অবস্থান এই শুনা ধনঞ্জয়,
অন্তকালে লভিলেও ব্ৰহ্মে লীন হয় । ৭২ ॥

ইতি সাংখ্যযোগ ।

---



# তৃতীয় অধ্যায় ।



অৰ্জ্জুনে কলে,
কৰ্ম্মাপেক্ষা জ্ঞান যদি শ্ৰেষ্ঠ বুলি কোৱা,
ঘোৰ যুদ্ধে মোক কিয় নিযুক্ত কৰোৱা ? ১ ।
সন্দিগ্ধ বাক্যত বুদ্ধি মোহযুক্ত হয়,
সত্য কৰি কোৱা এটা যি হয় নিশ্চয় । ২ ।

শ্ৰীকৃষ্ণে কলে,
সংসাৰত দুইবিধ মোক্ষৰ উপায়,
যোগমতে কৰ্ম্ম, সাংখ্যে জ্ঞান বুলি কয় । ৩ ।
পুৰুষে নকৰি কৰ্ম্ম 'নৈষ্কৰ্ম্ম্য' নাপায়,
কৰ্ম্মত্যাগ মাত্ৰে পাৰ্থ, সন্ন্যাসী নহয় । ৪ ।
স্বভাবজ গুণবশে জীৱে কৰ্ম্ম কৰে,
কোনোৱে নিষ্কৰ্ম্মা হই থাকিব নোৱাৰে । ৫ ।
বিষয়ক চিন্তে কৰ্ম্মেন্দ্ৰিয় ৰুদ্ধ কৰি,
লোকে কয়, "মূৰ্খ সিটো কপট আচাৰী ।" ৬ ।
মনেৰে ইন্দ্ৰিয়গণ বশীভূত কৰি,
কৰ্ম্মযোগ কৰে সদা ফলাকাঙ্ক্ষা এৰি ;

ইন্দ্ৰিয়েদি কৰ্ম্মচয় কৰে অনুষ্ঠান,
সেয়ে হে বিশিষ্ট যোগী জানিবা সন্ধান । ৭ ।
নিষ্কৰ্ম্ম অপেক্ষা কৰ্ম্ম শ্ৰেষ্ঠ গণ্য হয়,
সদায় কৰ্ত্তব্য কৰ্ম্ম কৰা ধনঞ্জয় ;
নিষ্কৰ্ম্মা হইয়ে যদি কটোৱা সময়,
জীৱন যাত্ৰাও তব কদাপি নহয় । ৮ ।
যজ্ঞাৰ্থে নহলে কৰ্ম্ম কৰ্ম্মবন্ধ হয়—
অনাসক্তভাৱে কৰ্ম্ম কৰা ধনঞ্জয় । ৯ ।
যজ্ঞৰ সহিতে পুৰাকালে প্ৰজাপতি,
সৃজিলে সকলো প্ৰজা অতি হৃষ্টমতি ;
কলে পাছে, "এবম্বিধ যজ্ঞ অনুষ্ঠানে
আত্মোন্নতি কৰা সবে সৰ্ব্বতি বিধানে । ১০ ।
যজ্ঞ অনুষ্ঠানে তুষ্ট কৰা দেবচয় ;
দেৱতা সন্তুষ্ট হলে মঙ্গল জন্মায় । ১১ ।
যজ্ঞাহুতি পাই তুষ্ট যত দেৱগণ,
সুখদানে মনুষ্যক কৰে হৃষ্টমন ;
দেৱদত্ত দ্ৰব্য দেবে নকৰি অৰ্পণ,
ভুঞ্জিলে নিশ্চয় চোৰ, জানিবা লক্ষণ ।" ১২ ।
যজ্ঞ অৱশিষ্ট কৰি সৰ্ব্বদা ভোজন,
সকলো পাপৰ পৰা মুক্ত সাধুগণ ;





নিজ হেতু ভোগ কিন্তু যি কৰে সংগ্ৰহ,
পাপ হে সদায় সিয়ে ভুঞ্জে অহৰহ । ১৩ ।
অন্নৰ পৰাই প্ৰাণীদেহ সৃষ্টি হয়,
বৃষ্টিধাৰা বলে অন্ন জন্মে সমুদয় ;
যজ্ঞৰ পৰাই দেখা মেঘৰ উদয়,
কৰ্ম্মত অদ্ভুত যজ্ঞ জানিবা নিশ্চয় । ১৪ ।
"অক্ষৰ"ৰ পৰা ব্ৰহ্মা ব্ৰহ্মোদ্ভৱ কৰ্ম্ম,
সিকাৰণে যজ্ঞে স্থিত সৰ্ব্বব্যাপী ব্ৰহ্ম । ১৫ ।
এই কৰ্ম্মচক্ৰৰীতি নুবুজে যি জন,
বৃথায় ইন্দ্ৰিয়াসক্ত তাৰ কুজীৱন । ১৬ ।
আত্মৰত আত্মতৃপ্ত আত্মজ্ঞ যি জন,
কৰ্ম্মত তেওঁৰ নাই একো প্ৰয়োজন । ১৭ ।
নৈষ্কৰ্ম্ম্যত সিজনৰ নাই প্ৰত্যবায়,
কৰ্ম্ম কৰিলেও নহে পুণ্যৰ উদয়,
দেবতা, মনুষ্য কিম্বা অইন প্ৰাণীত,
সিজন কদাপি ক'তো নহয় আশ্ৰিত । ১৮ ।
কৰ্ম্মযোগ কৰি নৰে লভে মোক্ষধন,
অনাসক্তভাৱে কৰ্ম্ম কৰা সিকাৰণ । ১৯ ।
জনকক আদি কৰি মহাত্মা সকল,
লভিলে কৰ্ম্মে দি সেই পদ নিৰমল ;

বিশ্বৰ কল্যাণহেতু থাকি নিয়োজিত,
স্বভাবজ কৰ্ম্ম কৰা তোমাৰ উচিত । ২০ ।
শ্ৰেষ্ঠজনে আচৰণ যদ্ৰূপে কৰয়,
অজ্ঞজন সদা তাৰ অনুবৰ্ত্তী হয় ;
প্ৰামাণিক বুলি যিটো মানে জ্ঞানীগণে,
তাকেই পালন কৰে সাধাৰণ জনে । ২১ ।
হে পাৰ্থ ! কৰ্ত্তব্য মোৰ নাই সংসাৰত,
অপ্ৰাপ্যও একো নাই তিনি ভুবনত ;
তথাপিতো কৰোঁ মই কৰ্ম্ম অনুষ্ঠান,
জীৱ যাতে স্বধৰ্ম্মৰত হয়, মতিমান । ২২ ।
মোৰ কৰ্ম্ম যদি মই নকৰোঁ সদায়,
মোৰে অনুবৰ্ত্তী হব মনুষ্য নিচয় । ২৩ ।
মই কৰ্ম্ম নকৰিলে শুনা ধনঞ্জয় !
নষ্ট হব ত্ৰিভুবন ধৰ্ম্মৰো বিলয় । ২৪ ।
অজ্ঞানে সকামভাৱে যথা কৰ্ম্ম কৰে,
জ্ঞানীয়ে নিষ্কামভাৱে কৰিব সিদৰে । ২৫ ।
আসক্ত জনৰ নজন্মাব বুদ্ধিভেদ,
কৰ্ম্ম আচৰিব ব্ৰহ্মে থাকি অবিচ্ছেদ ;
সাদৰে আচৰি অজ্ঞানীকো নিয়োজিব ;
অজ্ঞানী আসক্ত—তেওঁ আসক্তি এৰিব । ২৬ ।





প্ৰকৃতিৰ গুণবশে সৰ্ব্ব কৰ্ম্ম হয়,
“মই কৰ্ত্তা” ভাবি জীৱে মায়াত পৰয় । ২৭ ।
গুণকৰ্ম্ম বিভাগৰ তত্ত্ববিদ্‌গণে,
ইন্দ্ৰিয়ে কৰিছে কৰ্ম্ম ভাবে মনে মনে । ২৮ ।
গুণবশে কৰ্ম্মাসক্ত হয় অজ্ঞজন,
বিচলিত নকৰে অজ্ঞক জ্ঞানীগণ । ২৯ ।
মোত সৰ্ব্বকৰ্ম্মফল কৰি সমৰ্পণ,
আশা মোহ এৰি সখি, ৰণে দিয়া মন । ৩০ ।
শ্ৰদ্ধাসহ উক্তমতে কৰি আচৰণ,
অনায়াসে তৰে নৰে কৰ্ম্মৰ বন্ধন । ৩১ ।
কিন্তু মোৰ এই মতে নচলে যিজন,
অৱনতি হয় তাৰ নষ্ট সৰ্ব্বজ্ঞান । ৩২ ।
স্ব স্বভাৱ অনুসৰি যায় কাৰ্য্য কৰি,
জ্ঞানী বা অজ্ঞানীজনে ; কোনে ৰাখে ধৰি ? ৩৩ ।
ইন্দ্ৰিয়ৰ বিষয়ত ৰাগদ্বেষ দ্বয়,
মোক্ষাৰ্থী জনৰ পক্ষে শত্ৰুতুল্য হয় । ৩৪ ।
সুন্দৰ হলেও বৰ পৰধৰ্ম্মচয়,
দোষযুক্ত নিজ ধৰ্ম্ম শ্ৰেয়স্কৰ হয় ;
স্বধৰ্ম্মে মৃত্যুও শ্ৰেয়, শুনা ধনঞ্জয়,
পৰধৰ্ম্ম স্বভাৱজ কদাপি নহয় । ৩৫ ।

অৰ্জ্জুনে কলে,

লোকক পাপৰ প্ৰতি কিহে নিয়ে টানি,
যদ্যপি নকৰোঁ বোলে বহু ভাবি গুণি ? ৩৬ ।

শ্ৰীকৃষ্ণই কলে,

ৰজোগুণ সমুদ্ভুত অতি উগ্ৰকাম,
অৱস্থাবিশেষে ইয়ে ধৰে ক্ৰোধ নাম ;
দুষ্পূৰণ এই কাম সদায় জানিবা,
মোক্ষমাৰ্গে বৈৰীৰূপে নিশ্চয় মানিবা । ৩৭ ।
ধোৱাত যদ্ৰূপ জুই মলত দাপণ,
যদ্ৰূপ ভ্ৰূণৰ নিত্য গৰ্ভ-আৱৰণ
তদ্ৰূপে জ্ঞানক সদা আৱৰণ কৰে,
ৰজোগুণ সমুদ্ভুত কাম দুৰাচাৰে ।
দুষ্পুৰণ কাম পাৰ্থ, অগ্নিতুল্য হয়,
জ্ঞানীৰ সদায় শত্ৰু জানিবা নিশ্চয় । ৩৮—৩৯ ।
কামৰ আশ্ৰয় মন ইন্দ্ৰিয় নিচয়,
জ্ঞানক আৱৰি কামে জীৱক মোহয় । ৪০ ।
সিহেতু স্ববশে আনি ইন্দ্ৰিয় নিচয়,
মহাশত্ৰু কাম সৰ্ব্বৰূপে কৰা জয় । ৪১ ।
দেহাপেক্ষা শ্ৰেষ্ঠ গণ্য ইন্দ্ৰিয় নিচয়,
ইন্দ্ৰিয় অপেক্ষা মন শ্ৰেষ্ঠ সদা হয় ;





মনাপেক্ষা বুদ্ধি শ্ৰেষ্ঠ বোলে জ্ঞানীগণ,
আত্মা কিন্তু সত্য নিত্য সৰ্ব্বশ্ৰেষ্ঠ ধন । ৪২ ।
যতনে সংযত কৰি ইন্দ্ৰিয় নিচয়,
কামৰূপী মহাশত্ৰু কৰা সখি, জয় । ৪৩ ।

ইতি কৰ্ম্মযোগ ।

---

# চতুৰ্থ অধ্যায়।

শ্ৰীকৃষ্ণে কলে,

মোৰ পৰা এই যোগ শুনে বিবস্বানে,
বিবস্বানে কৰে ধন্য মনুক ই জ্ঞানে;
মনুৱে শিকালে ইক্ষ্বাকুক এই যোগ,
ক্ৰমে ক্ৰমে যোগ হল ৰাজৰ্ষিৰ ভোগ;
সময় সোঁতত পাছে শুনা ধনঞ্জয়,
এই মহা যোগতত্ত্ব হইছে বিলয়। ১-২।
ই যোগৰহস্য কথা অতীব গোপন,
তুমি মোৰ ভক্ত, সখা, কলো সিকাৰণ। ৩।

অৰ্জ্জুনে কলে,

আগে জন্মে বিবস্বান, পিচে জন্ম তব—
কিৰূপে শিকালা তুমি নোৱাৰোঁ বুজিব। ৪।

শ্ৰীকৃষ্ণই কলে,

জন্মিছিলোঁ দুয়ো আমি বহুবাৰ আগে,
তোমাৰ মনত নাই মোৰ মনে জাগে। ৫।





জন্মহীন যদ্যপিতো প্ৰাণীৰ ঈশ্বৰ,
আত্মমায়াবলে জন্মো শুনা ধনুৰ্দ্ধৰ। ৬।
যেতিয়া ধৰ্ম্মৰ গ্লানি অধৰ্ম্ম সঞ্চাৰ,
তেতিয়াই হওঁ মই নিজে অৱতাৰ। ৭।
সাধু সব ৰক্ষা কৰি বিনাশি দুৰ্জ্জন;
যুগে যুগে আহি কৰোঁ ধৰ্ম্মসংস্থাপন। ৮।
মোৰ অলৌকিক তত্ত্ব যি জনে জানয়,
দেহত্যাগ কৰি সিয়ে মোতে লীন হয়। ৯।
ৰাগভয়ক্ৰোধহীন বহু ভক্তজন,
মোৰ আশ্ৰয়তে মোতে থাপি চিত্ত মন;
জ্ঞানতপোবলে লভি পবিত্ৰতাধন;
মোৰ স্বাৰূপ্যত সুখে থাকে সৰ্ব্বক্ষণ। ১০।
যি মতে যি ভজে মোক সেইমতে পায়,
মোৰেই পথত চলে নৰ সমুদয়। ১১।
কৰ্ম্মসিদ্ধি বাঞ্ছি পূজে দেবতা সকল,
শীঘ্ৰে ফললাভ কৰে শুনা মহাবল। ১২।
গুণকৰ্ম্ম বিভাগত স্ৰজি সমুদয়,
ব্ৰহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ বৰ্ণচয়;
সিহঁতৰ স্ৰষ্টা হৈয়ো এই সংসাৰত,
জানিবা অকৰ্ত্তা মই অক্ষৰ ভাৰত। ১৩।

কৰ্ম্মে অনাসক্ত মই ফলস্পৃহা শূন্য—
এই জ্ঞান লভি নৰ কৰ্ম্মমুক্ত, ধন্য। ১৪।
পূৰ্ব্বতে আছিল বহু মোক্ষ-অৰ্থী-জন,
কৰ্ম্ম আচৰিলে লভি এই জ্ঞান-ধন;
পূৰ্ব্ব প্ৰচলিত এই ৰীতি আচৰণে,
তুমিও কৰিবা কৰ্ম্ম সুখে সৰ্ব্বক্ষণে,। ১৫।
কিবা কৰ্ম্ম কি অকৰ্ম্ম নিৰূপণ কৰা,
পণ্ডিতৰে ধন্দ লাগে অজ্ঞানক এৰা;
যি জ্ঞান লভিলে সংসাৰ পাৰ পায়,
সি জ্ঞান তোমাক মই কম বহলাই। ১৬।
'কৰ্ম্ম', 'বিকৰ্ম্ম', আৰু 'অকৰ্ম্ম'—তিনিৰ,
জ্ঞাতব্য জানিবা তত্ব দুৰ্জ্ঞেয় গতিৰ। ১৭।
কৰ্ম্মত অকৰ্ম্ম দেখে, অকৰ্ম্মত কৰ্ম্ম,
সেই নৰ জ্ঞানী, যোগী, জ্ঞাতকৰ্ম্মমৰ্ম্ম। ১৮।
যাৰ সৰ্ব্ব কৰ্ম্ম পাৰ্থ! সংকল্প বৰ্জ্জিত,
জ্ঞানাগ্নিত দগ্ধ কৰ্ম্ম সি জন পণ্ডিত। ১৯।
ফলাকাঙ্ক্ষা ত্যজি নিৰালম্ব, নিত্যতৃপ্ত,
কৰ্ম্ম কৰিলেও জ্ঞানী সদায় নিৰ্লিপ্ত। ২০।
নিষ্কামী সংযতচিত্ত আকাঙ্ক্ষা ৰহিত,
ৰত থাকে আত্মজ্ঞানী কৰ্ত্তব্যে বিহিত;





শুদ্ধচিত্তে শাৰীৰিক কাৰ্য্য আচৰণে,
পাপত নহয় মগ্ন কদাপি সিজনে। ২১।
সুখ দুখ লাভ অলাভত তুষ্ট হয়,
সিদ্ধি অসিদ্ধিত সমতাত স্থিৰ হয়;
এইৰূপে দ্বন্দ্বাতীত আত্মজ্ঞ যি জন,
যজ্ঞৰূপে সৰ্ব্বকৰ্ম্ম কৰে সম্পাদান।
যিহেতু জ্ঞানীৰ কৰ্ম্মক্ৰিয়া সমুদয়,
দিব্যজ্ঞানবলে সখি, সব লুপ্ত হয়। ২২-২৩।
হোম, অগ্নি ঘৃত আৰু অন্য আয়োজন,
সবে ব্ৰহ্মময় দেখে ব্ৰহ্মজ্ঞানীগণ;
ব্ৰহ্ম সমাধিৰ দ্বাৰা ব্ৰহ্মকে লভয়,
কদাপি ইয়াৰ পাৰ্থ, অন্যথা নহয়। ২৪।
কৰ্ম্মযোগী দৈব্যযজ্ঞ কৰে অনুষ্ঠান,
জ্ঞনযোগী ব্ৰহ্মাগ্নিত কৰে আত্মদান। ২৫।
সংযম অগ্নিত কোনো কোনো সাধুজন,
সকলো ইন্দ্ৰিয় হোম কৰে অনুক্ষণ;
শব্দাদি বিষয় যত ইন্দ্ৰিয় অগ্নিত,
কোনেও বা কৰে হোম স্থিৰ শান্ত চিত। ২৬।
জ্ঞানদীপ্ত আত্মসংযমৰ যোগাগ্নিত,
ইন্দ্ৰিয় কৰ্ম্মাদি অন্যে কৰে সমাহিত। ২৭।

কোনেও বা দান যজ্ঞ কোনেও বা তপ,
কোনেও বা কৰে অধ্যায়ন যোগ জপ। ২৮।
কোনেও বা অপান বায়ুত প্ৰাণ ধৰি,
প্ৰাণাপান ৰোধ কৰে প্ৰাণায়াম কৰি। ২৯।
কোনেও বা মিতাহাৰী, যোগক আচৰে,
প্ৰাণসকলক প্ৰাণতেই হোম কৰে। ৩০।
যজ্ঞতত্ত্ববিদ্ এই মহা সাধুগণ,
অৱশিষ্ট যজ্ঞামৃত কৰয় ভোজন ;
সকলো পাপৰ পৰা সদা মুক্ত হয়,
ব্ৰহ্মপদ লাভ কৰে জানিবা নিশ্চয়।
যজ্ঞ নকৰিলে নৰ শান্তিশূন্য হয়,
ইহপৰলোক ক'তো সুখ নলভয়। ৩১।
ব্ৰহ্মমুখে বহু যজ্ঞ ইদৰে আচৰে,
যজ্ঞক কৰ্ম্মজ জানি জ্ঞানীজনে তৰে ;
তুমিও যজ্ঞক তেনে ভাৱিবা সদায়,
ভাবিলেই নিত্য শান্তি লভিবা নিশ্চয়। ৩২।
দ্ৰব্যযজ্ঞাপেক্ষা জ্ঞানযজ্ঞ শ্ৰেষ্ঠ হয়,
নিখিল কৰ্ম্মৰ শেষ জ্ঞানেই নিশ্চয়। ৩৩।
তত্ত্বদৰ্শী জ্ঞানীজন সদা মুক্ত ৰয়,
সি সবৰ পৰা লভা উপদেশচয় ;





প্ৰশ্ন, প্ৰণিপাত আৰু গুৰুসেৱা কৰি,
লভা সখি, জ্ঞানধন মায়ামোহ এৰি। ৩৪।
যি জ্ঞানৰ প্ৰভাবত সকলো জীৱক,
আত্মাতে দেখিবা, আৰু বিশ্ব ব্ৰহ্মাণ্ডক ;
শেষত দেখিবা সৰ্ব্ব মোতে হোৱা লয় ;
সি জ্ঞান লভিলে নহে মোহৰ উদয়। ৩৫।
পাপীৰো অধিক পাপী হোৱা যদি তুমি,
তথাপি তৰিবা পাৰ্থ, জ্ঞান পুষ্প চুমি ;
পাপসিন্ধু থাকে যদি সকলো আৱৰি,
তেওঁ জ্ঞানতৰী বলে পাৰ হব পাৰি। ৩৬।
দপ্ দপ্ কৰি অগ্নি কাঠ কৰে ছাই,
জ্ঞানাগ্নিও সেইদৰে কৰ্ম্ম পুৰি খায়। ৩৭।
জ্ঞানৰ সমান একো পবিত্ৰ নহয়,
যোগসিদ্ধি হলে হয় জ্ঞানৰ উদয়। ৩৮।
শ্ৰদ্ধাবান আৰু জিতেন্দ্ৰিয়ে লভে জ্ঞান,
জ্ঞান লভি লভে শীঘ্ৰে পৰাশান্তিধন। ৩৯।
সংশয় কৰোঁতা মূৰ্খ অবিশ্বাসী জনে,
নোৱাৰে লভিব সুখ ক'তো কোনো ক্ষণে। ৪০।
ব্ৰহ্মত সকলো কৰ্ম্ম সমৰ্পণ কৰি,
নিঃশেষে সংশয়ৰাশি সুকৌশলে এৰি ;

আত্মৰত থাকি কৰ্ম্ম কৰি সমুদয়,
নহয় একোতে বদ্ধ জানিবা নিশ্চয় । ৪১ ।
সিকাৰণে জ্ঞান অস্ত্রে সংশয়ক ছেদি,
যোগযুক্ত হোৱা সখি, অজ্ঞানক ভেদি । ৪২ ।

ইতি জ্ঞানযোগ ।

---



# পঞ্চম অধ্যায় ।

অৰ্জ্জুনে কলে,

ত্যাগ আৰু কৰ্ম্মযোগ একে লগ কৰি,
কিবা কোৱা সখি, তুমি বুজিব নোৱাৰি ;
ত্যাগ আৰু কৰ্ম্ম মাজে যিবা শ্ৰেষ্ঠ হয়,
কোৱা হে কেশৱ, সিটো কৰি সুনিশ্চয় । ১ ।

শ্ৰীকৃষ্ণই উত্তৰিলে,

ত্যাগ আৰু কৰ্ম্ম দুয়ো মুক্তিৰ উপায়,
তথাপিতো কৰ্ম্মযোগ শ্ৰেষ্ঠ গণ্য হয় । ২ ।
আকাঙ্ক্ষা নকৰে, দ্বেষ কদাপি নহয়,
সিজন সন্নাসী নিত্য জানিবা নিশ্চয়,
দ্বন্দ্বৰ অতীত পাৰ্থ, সন্ন্যাসী সদায়,
অনায়াসে মুক্তি লভে, নকৰা সংশয় । ৩ ।
সাংখ্য আৰু যোগ মূৰ্খে ভিন্ন বুলি কয়,
জ্ঞানীজনে কেতিয়াও তথা নোবোলয় ;
সাংখ্য কিম্বা যোগ এটি কৰিলে আশ্ৰয়,
একেটিতে উভয়ৰে ফললাভ হয় । ৪ ।
সাংখ্যমতে লভে পদ নিত্য নিৰাময়,
যোগীগণো তাৰে পাৰ্থ, অধিকাৰী হয় ;

সাংখ্য আৰু যোগ সখি, একে দেখে যিয়ে,
কৰ্ম্ম আৰু ত্যাগ তত্ত্ব ঠিক বুজে সিয়ে । ৫ ।
যোগ বিনা ত্যাগ কিন্তু সদা দুখময়,
যোগমুক্ত মুনিয়ে অচিৰে মুক্তি পায় । ৬ ।
জিতেন্দ্ৰিয় যোগযুক্ত পবিত্ৰ হৃদয় ;
সকলো জীৱৰ আত্মা যাৰ আত্মা হয় ;
শান্ত, স্থিৰ, ধীৰ সদা সংযত যি জন,
কৰ্ম্ম আচৰিও মুক্ত কৰ্ম্মৰ বন্ধন । ৭ ।
দৰ্শন, স্পৰ্শন আৰু শ্ৰবণ, ভোজন,
গমন, শয়ন, ঘ্ৰাণ, বাক্য উচ্চাৰণ,
উন্মীলন, ত্যাগ, ভোগ, উশাহ গ্ৰহণ ;
"ইন্দ্ৰিয়েই নিজ কাৰ্য্য কৰে সমাপন—
মই একো কথা নাই" ভাবি মনে মনে,
সদায় নিৰ্লিপ্তভাৱে থাকে যোগীজনে ৮-৯ ।
কৰ্ম্মফলে আশা এৰি যিটো যোগীবৰে,
ব্ৰহ্মে সমৰ্পন কৰি নিত্য ক্ৰিয়া কৰে ;
নিৰ্লিপ্ত পাপত তেওঁ থাকে সংসাৰত,
পদ্মপত্ৰ যথা বয় পানীৰ মাজত । ১০ ।
ইন্দ্ৰিয় নিচয়, বুদ্ধি, কায় আৰু মন,
অনাসক্তভাৱে সদা কৰি নিয়োজন ;





বিশ্বৰ কল্যাণ চিন্তি সৰল অন্তৰে,
আত্মশুদ্ধিহেতু ক্ৰিয়া কৰে যোগীবৰে । ১১ ।
অনাসক্ত যোগী লভে চিৰশান্তিধন,
আসক্ত পুৰুষে সৃজে কৰ্ম্মৰ বন্ধন । ১২ ।
সৰ্ব্বকৰ্ম্মফলত্যাগ কৰি মনে মনে,
নৱদ্বাৰ পুৰে সুখে থাকি সৰ্ব্বক্ষণে ;
নকৰি বা নকৰাই কৰ্ম্ম আচৰণ,
জিতেন্দ্ৰিয় জীৱ নিত্য ধ্যানত মগন । ১৩ ।
বিধিৰ সৃজন নহে কৰ্ম্ম বা কৰ্ত্তৃত্ব,
কৰ্ত্তা, কৰ্ম্ম, কৰ্ম্মফল, প্ৰকৃতিৰ তত্ত্ব । ১৪ ।
পাপ পুণ্য কাৰো ক'তো নলয় ঈশ্বৰে,
মায়াবশে জীবগণে দুখ ভোগ কৰে । ১৫ ।
অজ্ঞান আন্ধাৰ নাশে জ্ঞানৰ পোহৰে,
সূৰ্য্যবৎ কাত্মতত্ত্ব প্ৰকাশিত কৰে । ১৬ ।
তাকে ভাবি তাতে লীন তাতে স্থিত মন,
তাতেই সমস্ত হৃদি কৰি সমৰ্পণ ;
ব্ৰহ্মনিষ্ঠ, পাপশূন্য ব্ৰহ্মজ্ঞানীজন,
জন্ম মৃত্যু তৰি লভে শান্তি নিকেতন । ১৭ ।
চণ্ডাল, কুকুৰ, হস্তী, গৰু বা ব্ৰাহ্মণ—
সকলোতে সমভাৱ ব্ৰহ্মজ্ঞৰ মন । ১৮ ।

সমতাত সদা যাৰ স্থিৰ থাকে মন,
সংসাৰতে মায়াজয় কৰিলে সিজন ;
পৰব্ৰহ্ম সদা সম নিৰ্দ্দোষ নিয়ত,
সিহেতু ব্ৰহ্মজ্ঞ থাকে পৰব্ৰহ্মে ৰত । ১৯ ।
ব্ৰহ্মবিদ্ স্থিৰবুদ্ধি বিবেকী জনৰ,
প্ৰিয় অপ্ৰিয়ত নাই বিকাৰ চিত্তৰ ;
সম্পদত কদাপিও নানাচে হৃদয়,
দিপদতো মন নিৰুদ্বেগে সদা ৰয় । ২০ ।
অনাসক্ত, বিষয় বাসনা সব এৰি,
আত্মশান্তি লভে জ্ঞানী ব্ৰহ্মধ্যান কৰি ;
নিজৰ আত্মাক ব্ৰহ্মাতেই লয় কৰে,
অক্ষয় অনন্ত সুখ ভুঞ্জে যোগীবৰে । ২১ ।
অনিত্য বিষয়ভোগ দুখৰ কাৰণ,
জানি সি সবত মুগ্ধ নহে জ্ঞানীগণ । ২২ ।
কামক্ৰোধোদ্ভব বেগ সহিব যি পাৰে,
তেৱেঁ যোগযুক্ত সুখী জানিবা অন্তৰে ।২৩।
আত্মসুখে সুখী যোগী আত্মাতে ৰময়,
আত্মাজ্যোতি চাই লভে নিৰ্ব্বাণ অক্ষয় । ২৪ ।
সৰ্ব্বভূতহিতে ৰত সংশয় বিহীন,
নিষ্পাপী সংযমী ঋষি হয় ব্ৰহ্মে লীন । ২৫ ।





কামক্ৰোধলোভমোহজয়ী মুনিগণ,
সহজে নিৰ্ব্বাণ লভে শান্তি মহাধন । ২৬ ।
বিষয় জঞ্জাল সব বাহিৰতে ৰাখি,
যতনে মাজত ভ্ৰূৰ থাপি দুয়ো আখি ;
প্ৰাণাপান বায়ু দুই নাসিকা ভিতৰে,
সমানে দুয়োকে ধৰি কুম্ভকৰ ভৰে ;
ইচ্ছা, ভয়, ক্ৰোধ আদি সকলোকে এৰি,
ইন্দ্ৰিয় সংযত আৰু মন থিৰ কৰি;
নিৰ্ম্মল হৃদয় সদা মোক্ষপৰায়ণ—
তেৱেঁ জীৱন্মুক্ত মুনি জানিবা লক্ষণ । ২৭-২৮ ।
"সৰ্ব্বভূতসুহৃদ ভুতেশ মহেশ্বৰ,
যজ্ঞ তপস্যাৰ ভোক্তা" বুলি নিৰন্তৰ ;
জানি মোক সদা সখি, তত্ত্বজ্ঞানীজন,
লভয় পৰম শান্তি অমূল্য ৰতন । ২৯ ।

ইতি কৰ্ম্মসন্ন্যাসযোগ ।

---

# ষষ্ঠ অধ্যায়।

শ্ৰীকৃষ্ণে কলে,

ফলাকাঙ্ক্ষা এৰি সখি, যিয়ে কৰ্ম্ম কৰে,
যোগী বা সন্ন্যাসী নাম পায় সেই নৰে ;
কৰ্ম্মত্যাগী নহলেও সন্ন্যাসী সদায়,
বাহ্য কৰ্ম্ম ত্যাগ মাত্ৰে সন্যাসী নহয়। ১।
সন্ন্যাস যিহক বোলে যোগো তাকে কয়,
উভয়েই একে পাৰ্থ, জানিবা নিশ্চয় ;
দুয়োতো সংকল্প ত্যাগ আছে নিৰূপণ,
সকংল্প থাকিলে যোগ নহয় সাধন। ২।
যোগাৰ্থীৰ পক্ষে কৰ্ম্ম বিহিত বিধান ;
যোগাৰূঢ় হলে তেৱেঁ লভে অন্য জ্ঞান—
চিত্তৰ প্ৰশান্তভাব সেই অৱস্থাত,
বিহিত বিধান বুলি হয় সদা খ্যাত। ৩।
ইন্দ্ৰিয়ত অনাসক্তি, সংকল্প মোচন—
"যোগাৰূঢ়" সেয়ে পাৰ্থ! জানিবা লক্ষণ। ৪।
আত্মাকে আত্মাক সদা মোক্ষমাৰ্গে ধৰে,
মোহবশে অবসন্ন কদাপি নকৰে,





জানিবা আত্মাৰ বন্ধু আত্মাই নিশ্চয়—
আত্মাই আত্মাৰ শত্ৰু শুনা ধনঞ্জয়। ৫।
আত্মজয়ী পুৰুষৰ আত্মা বন্ধু হয়,
আত্মজয় নকৰিলে আত্ম শত্ৰুময়। ৬।
জিতেন্দ্ৰিয় যি পুৰুষ স্থিৰ শান্ত চিত্ত,
সদায় তেওঁৰ পৰমাত্মা সমাহিত ;
মানে অপমানে সখি! সমভাবে ৰয়,
শীত উষ্ণ সুখ দুখ সমানে সহয়। ৭!
( যি কৌশল কৰি নৰে লভে আত্মজ্ঞান
নামে পৰিচিত সেয়ে জ্ঞানৰ বিজ্ঞান )
জ্ঞান বিজ্ঞানেৰে তৃপ্ত জিতেন্দ্ৰিয়গণ,
তুল্য জ্ঞান কৰে পাৰ্থ! মৃত্তিকা কাঞ্চন। ৮।
শত্ৰু মিত্ৰ আত্ম পৰ সকলো সমান,
পাপী বা সাধুত নাই ভেদাভেদ জ্ঞান। ৯।
নিৰ্জ্জনত বহি জিতেন্দ্ৰিয় যোগীগণ,
সঙ্গহীন হই কৰে যোগ আচৰণ। ১০।
শুচি সমতল স্থানে পাতি কুশাসন,
মৃগচৰ্ম্ম, বস্ত্ৰ পাছে কৰি আচ্ছাদন ;
আসনত বহি কৰি ঐকান্তিক মন,
চিত্তশুদ্ধিহেতু যোগ কৰিবা সাধন। ১১-১২।

সৰল ৰেখাত ধৰি মূৰ দেহ গ্ৰীবা,
নাসিকাৰ অগ্ৰভাগ স্থিৰ নেত্ৰে চাবা ;
ভয়োদ্বেগশূন্য সখি, শান্তিপূৰ্ণ মনে,
ব্ৰহ্মচৰ্য্য পালি মোক ভজা সযতনে ।
মোত চিত্ত ৰাখি নিতে স্থৈৰ্য্যে থাপি মন,
একনিষ্ঠ হই কৰা মোকেই সাধন । ১৩-১৪ ।
হেন মতে ধ্যান কৰি আত্মনিষ্ঠ জন,
লভে মোতে মহাশান্তি নিৰ্ব্বাণ ৰতন । ১৫ ।
অতি অল্পহাৰী কিম্বা বহুভোজী নৰ,
সদা নিদ্ৰাত্যাগী কিম্বা নিদ্ৰাতে কাতৰ ;
জানিবা নিশ্চয় সখি, সত্য বিবৰণ,
যোগ-অধিকাৰী কভু নহয় সিজন । ১৬ ।
কিন্তু যি নিয়ম পালে আহাৰবিহাৰে,
নিয়মিত নিদ্ৰা নিয়মিত কৰ্ম্ম কৰে ;
পৰিমিত নীতি ৰাজে জীৱনত তাৰ,
যোগেও সহজে হ'ৰ যত দুখভাৰ । ১৭ ।
নিস্কাম সংযত চিত আত্মাতেই ৰয়—
সেয় যোগযুক্তাৱস্থা জানিবা নিশ্চয় । ১৮ ।
নিশ্চল যিদৰে দীপ নিৰ্ব্বাত স্থানত,
সুস্থিৰ সিদৰে চিত্ত যোগীৰ ধ্যানত । ১৯ ।





অভ্যাস নিৰুদ্ধ চিত্তে য'ত সুখ পায়,
আত্মাৰে আত্মাই য'ত আত্মাত ৰময় । ২০ ।
অবৰ্ণ্য, অচিন্ত্য শান্তি আছে যি পদত,
বুদ্ধিগ্ৰাহ্য অতীন্দ্ৰিয় সুখ সদা য'ত । ২১ ।
যি লাভত সহ্য হয় নিদাৰুন দুখ,
যি পদ লভিলে নৰে ত্যাজে অন্য সুখ । ২২ ।
সেয়ে পাৰ্থ, যোগ নামে পৰিচিত হয়,
সাধন কৰিবা সুখে সুদৃঢ় হৃদয় । ২৩ ।
সংকল্প উদ্ভূত সৰ্ব্ব কৰ্ম্ম পৰিহৰি,
মনেৰে ইন্দ্ৰিয়চয় নিয়মন কৰি :
ধৈৰ্য্য সহকাৰে ধাৰণাত ধৰি মন,
চিন্তা পৰিহৰি কৰা আত্মাতে ৰমণ । ২৪-২৫
অন্য বিষয়ত মন হলে প্ৰধাবিত,
প্ৰত্যাহাৰ বলে তাক কৰা আত্মস্থিত । ২৬ ।
ৰজোজয়ী যোগীবৰ প্ৰশান্ত হৃদয়,
ব্ৰহ্মপ্ৰাপ্তিসুখ লভে অনন্ত অক্ষয় । ২৭ ।
ইদৰে নিষ্পাপী যোগী মন থিৰ কৰি,
ব্ৰহ্মস্পৰ্শসুখ লভে পাপ তাপ এৰি । ২৮ ।
আত্মস্থিত সৰ্ব্বভূত, আত্মা সৰ্ব্বভূতে,
সমদৰ্শী যোগী দেখে সকলো ঠাইতে । ২৯ ।

যি মোক সৰ্ব্বত্ৰ দেখে সৰ্ব্বভূত মোতে;
মোৰে তাৰে এৰাএৰি নহয় একোতে। ৩০।
একত্ব আশ্ৰয় কৰি পূজে মোক ঘনে,
সৰ্ব্বভূতস্থিত মোক জানিছে যি জনে;
যথা তথা থাকি সেই ভক্ত যোগীবৰ,
জানিবা মোতেই পাৰ্থ, থাকে নিৰন্তৰ। ৩১।
সুখ দুখ সৰ্ব্বজীৱ সমভাৱে দেখি,
ব্ৰহ্মভাবে মগ্নজন মহাযোগী সখি! ৩২।

অৰ্জ্জুনে কলে,

আত্মাৰ সমতাৰূপ হে মধুসূদন!
যি যোগৰ তত্ত্ব তুমি কৰিলা বৰ্ণন,
শুনিলো, নেদেখোঁ কিন্তু তাৰ স্থিৰ স্থিতি,
চঞ্চল যি হেতু মন বলবৎ অতি।
বায়ুক নিগ্ৰহ কৰা যেনে সুদুস্কৰ,
ভাবিছোঁ কঠিন তথা নিগ্ৰহো মনৰ। ৩৩-৩৪।

শ্ৰীকৃষ্ণে কলে,

সত্য, সখি, মন সদা স্বভাৱে চঞ্চল,
নিগ্ৰহ কৰাও টান ঘটায় জঞ্জাল;
কিন্তু দেখা বিষয়বিৰাগ সহকাৰে,
নিগ্ৰহ কৰিব পাৰি দৃঢ় অভ্যাসেৰে। ৩৫।





অসংযত চিত্ত যাৰ বুদ্ধিও চপল,
নোৱাৰে কৰিব যোগ সিজন দুৰ্ব্বল;
জিতেন্দ্ৰিয়, দৃঢ়মতি, যত্নশীল নৰে,
অভ্যাসবলত পাৰ্থ, যোগী হব পাৰে। ৩৬।

অৰ্জ্জুনে কলে,

প্ৰথমে অভ্যাস কৰি যত্নে অতিশয়,
কেতিয়াবা যোগী যদি যোগভ্ৰষ্ট হয়;
সিদ্ধিও নলভে সেই যোগ ভ্ৰষ্ট জন,
তাৰ কিবা গতি হয় কোৱা জনাৰ্দ্দন? ৩৭।
কৰ্ম্ম আৰু জ্ঞান পথ উভয়কে এৰি,
ছিন্ন মেঘ সম সি কি ফুৰে উৰি ঘূৰি? ৩৮।
মোৰ ই সংশয়, কৃষ্ণ, অন্তৰে অন্তৰে,
তুমি ভিন্ন অন্য জনে ছেদিব নোৱাৰে। ৩৯।

শ্ৰীকৃষ্ণই কলে,

সুকৰ্ম্মীৰ নাশ নাই জানিবা নিশ্চয়,
ইহপৰলোক ক'তো দুৰ্গতি নহয়। ৪০।
দীৰ্ঘ স্বৰ্গবাস কৰি যোগভ্ৰষ্ট জন,
পবিত্ৰ কুলত পাচে লভয় জনম। ৪১।
কিম্বা জন্মে জ্ঞানবান যোগীৰ কুলত—
জানিবা দুৰ্ল্লভ ইটো জন্ম সংসাৰত। ৪২।

সেই জন্মে পুনঃ পূৰ্ব্ব অভ্যাসৰ বলে,
সিদ্ধিহেতু যোগ পাৰ্থ, কৰয় কৌশলে । ৪৩ ।
সংস্কাৰেই তাক পুনঃ ব্ৰহ্মনিষ্ঠ কৰে,
যোগজিজ্ঞসুৱো পাৰ্থ, কৰ্ম্মবন্ধ তৰে । ৪৪ ।
বহু যত্নে বহু জন্ম যোগাভ্যাস কৰি,
লভে মোক্ষধন যোগী পাপ তাপ এৰি । ৪৫ ।
কৰ্ম্মী বা তপস্বী কিম্বা জ্ঞানী নৰচয়,
সৰ্ব্বাপেক্ষা যোগী শ্ৰেষ্ঠ জানিবা নিশ্চয় ।
কতনো বৰ্ণাম, যোগী আৰ্জ্জে যত গুণ,
সিকাৰণে যোগী তুমি হোৱাহে অৰ্জ্জুন ! ৪৬ ।
যোগীৰো মাজত যিটো মৎপৰায়ণ,
তেৱেঁ শ্ৰেষ্ঠতম যোগী জানিবা লক্ষণ । ৪৭ ।
ইতি অভ্যাসযোগ ।



# সপ্তম অধ্যায় ।

শ্ৰীকৃষ্ণই কলে, "পাৰ্থ" শুনা বিবৰণ,
যি উপায়ে লভে মোক ভক্ত যোগীগণ । ১ ।
বৰ্ণাওঁ বিজ্ঞান আৰু জ্ঞান, সখি মই—
যি জ্ঞান জানিলে জ্ঞেয় নাথাকে একোই । ২
অসংখ্য মনুষ্য মাজে কোনো মহাজন,
যোগসিদ্ধি হেতু পাৰ্থ, কৰে সুযতন ;
বহু সিদ্ধ যোগী মাজে কশ্চিৎ এজন,
সকলো ভাৱতে মোক কৰে দৰশন । ৩
অনিল, আকাশ, মন, অপ, তেজ, ক্ষিতি,
বুদ্ধি, অহঙ্কাৰ—মোৰ অপৰা প্ৰকৃতি । ৪
আছে মোৰ অন্য এক চেতন প্ৰকৃতি
জীৱৰূপা, সদা য'ত জগতৰ স্থিতি । ৫
ই দুই প্ৰকৃতি মোৰ জগৎকাৰণ,
সকলো প্ৰাণীকে সদা কৰিছে ধাৰণ ;
বিশ্বব্ৰহ্মাণ্ডৰ পাৰ্থ, যত সৃষ্টি লয়,
মইয়ে কাৰণ তাৰ জানিবা নিশ্চয় । ৬ ।
এক সূত্ৰে গাথা থকে মনি যি প্ৰকাৰ,
জানিবা সিদৰে মই বিশ্বমূলাধাৰ । ৭ ।

সূৰ্য্যৰ কিৰণ মই গন্ধ পৃথিবীৰ,
অনলৰ তেজ মই তপ তপস্বীৰ ;
পানীৰ সুৰস মই শব্দ আকাশৰ,
জোনৰ পোহৰ, পুৰুষত্ব পুৰুষৰ ।
বেদৰ প্ৰণব মই শুনা ধনঞ্জয়,
জীৱৰ জীৱন ময়ে জানিবা নিশ্চয় ;
সকলো প্ৰাণীৰ মই বীজ সনাতন,
তেজস্বীৰ তেজ আৰু সুমতিৰ মন । ৮-১০ ।
কামৰাগবিবৰ্জ্জিত বলিষ্ঠ যি জন,
তাৰ শক্তিৰূপে মই থাকো অনুক্ষণ ;
ধৰ্ম্ম-অবিৰোধী কামৰূপে বিকশিত,
সকলো প্ৰাণীত মই জানিবা সতত । ১১ ।
প্ৰকৃতিৰ সত্ত্ব, ৰজঃ, তমোগুণ হই—
জানিবা নিলিপ্তভাৱে আছোঁ সদা মই । ১২ ।
জগৎ মোহিত মোৰ এই ত্ৰিগুণেৰে—
পৰম পুৰুষ মোক জানিব নোৱাৰে । ১৩ ।
তাৰ টান মোৰ এই মায়াৰ বন্ধন,
কিন্তু মোক লভি তৰে মোৰ ভক্তজন । ১৪
নৰাধম, পাপী, মূঢ় মায়াৰ বশত,
আসুৰিক ভাৱাপন্ন ডুবে অজ্ঞানত । ১৫ ।





জ্ঞানী, আৰ্ত্ত, জিজ্ঞাসু বা অৰ্থকামীগণ,
চাৰিবিধ নৰে মোক কৰয় পূজন । ১৬ ।
তাৰ মাজে ভক্তিনিষ্ঠ জ্ঞানীজনে সাৰ—
তেনে জ্ঞানী মোৰ প্ৰিয়, মই প্ৰিয় তাৰ ! ১৭ ।
আত্মাৰ স্বৰূপ মোৰ ভক্ত জ্ঞানীগণ,
সৰ্ব্বোত্তম গতি লভে, ব্ৰহ্মনিষ্ঠ মন । ১৮ ।
বহু জনমৰ অন্তে জ্ঞানৰ কৌশলে
জ্ঞানীজনে লভে মোক পৰাভক্তিবলে ।
সৰ্ব্ববস্তু ব্ৰহ্মময়, দেখয় কেবল ;
হেন মহাজন সখি, অতীব বিৰল । ১৯ ।
অন্যে বা কামনাবশে এৰি আত্মজ্ঞান,
স্বপ্ৰবৃত্তি বশে কৰে অন্য দেৱধ্যান । ২০ ।
যিয়ে যি ভাৱত কৰে দেৱতা পূজন,
তাক সখি ! দিওঁ মই তাতে ভক্তিধন । ২১ ।
লভে পাছে কাম্য বস্তু আৰাধনা কৰি,
জানিবা ইটোও সখি ! মোৰেই চাতুৰি । ২২ ।
অনিত্য ই ফল সদা জানিবা নিশ্চয়,
কাম্য বস্তু নহে জানা কদাপি অক্ষয় ;
দেৱতা পূজিলে দেৱলোকে গতি হয়,
মোৰ ভক্তজনে মোক লভে ধনঞ্জয় ! ২৩ ।

নুবুজি পৰমতত্ব অল্পবুদ্ধি নৰে,
সাকাৰ ভাৱত মোক উপাসনা কৰে। ২৪।
যোগমায়া বলে মই থাকোঁ অপ্ৰকাশ,
নলভে অজ্ঞানে মোৰ অব্যয় আভাস। ২৫।
বৰ্ত্তমান, ভবিষ্যৎ, অতীত ঘটনা,
মই জানো, মোক নজানয় কোন জনা। ২৬।
ইচ্ছাদ্বেষোত্থিত দ্বন্দ্বমোহআবেশত,
অজ্ঞান সকল বন্দী মায়াৰ জালত। ২৭।
পুণ্যবলে যাৰ কিন্তু পাপ লোপ হয়,
সেই দৃঢ়ব্ৰতী মোক সৰ্ব্বদা ভজয়। ২৮।
জৰা মৃত্যু এৰি মোক্ষ লভিবৰ মনে,
মোৰ আশ্ৰয়ত থাকি যত্ন কৰা জনে;
ব্ৰহ্ম বা অধ্যাত্মতত্ব, কৰ্ম্ম সমুদয়,
জানে সৰ্ব্বদায় সখি, জানিবা নিশ্চয়। ২৯।
'অধিদৈব' 'অধিভূত' 'অধিযজ্ঞ' সহ,
জানি মোক মোতে যুক্ত থাকে অহৰহ;
মোতে নিত্য থাকি যুক্ত স্থিৰ যোগভৰে,
প্ৰয়াণ কালতো মোক জানে অকাতৰে। ৩০।

ইতি জ্ঞানবিজ্ঞানযোগ।



# অষ্টম অধ্যায়।

অৰ্জ্জুনে শুধিলে, "কোৱা হে মধুসূদন!
কিৰূপে কৰিম মই ব্ৰহ্ম নিৰূপণ?
অধ্যাত্ম কিহৰ নাম কৰ্ম্ম কিবা হয়,
অধিভূত, অধিদৈব কিহকে বা কয়? ১।
কোৱা কৃষ্ণ! অধিযজ্ঞ নাম কোনে ধৰে,
কিৰূপে বা ই দেহত অৱস্থান কৰে?
জিতেন্দ্ৰিয় আত্মনিষ্ঠ শুদ্ধচাৰী যত,
কিৰূপে তোমাক জানে মৰণ কালত?" ২।
শ্ৰীকৃষ্ণই কলে, "শুনা কুন্তীৰ তনয়,
অক্ষৰ পৰম ব্ৰহ্ম জানিবা নিশ্চয়।
মূলৰূপে তেৱেঁ সদা বিশ্বে অনুস্যূত,
তাকেই অধ্যাত্ম বোলে তত্বজ্ঞানী যত;
জীৱ-অভিব্যক্তি বিশ্বপ্ৰকাশকৰণ,
জানিবা ইটোৱে মোৰ কৰ্ম্মৰ লক্ষণ। ৩।
সূৰ্য্যমণ্ডলত যিটো বিকাশ প্ৰধান,
অধিদৈব তাৰে নাম শুনা নিৰূপণ।
নশ্বৰ ভূতক সখি! অধিভূত কয়,
অধিযজ্ঞৰূপে আত্মা সৰ্ব্বদেহে ৰয়। ৪।

সদায় যি ভাব ভাবি থাকে নৰচয়,
মৃত্যুকালে হয় সেই ভাবৰ উদয় ;
যি যি ভাব ভাবে নৰে অন্তিম সময়,
সি সি ভাব প্ৰাপ্ত হয় জানিবা নিশ্চয় ।
অন্তকালে স্মৰি মোক মোৰ ভক্তজন,
মোতে লীন হয় শুনা সত্য বিবৰণ । ৫-৬ ।
সিকাৰণে সৰ্ব্বদায় মোকেই সুমৰি,
কৰা যুদ্ধ ধনঞ্জয়, মন থিৰ কৰি ;
মন বুদ্ধি মোতে সখি ? কৰা সমৰ্পণ,
নিশ্চয় লভিবা মোক অনাময় ধন । ৭ ।
যোগাভ্যাসে ৰত হোৱা থিৰ কৰি মন,
অবশ্যে লভিবা তুমি ব্ৰহ্ম সনাতন । ৮ ।
সূক্ষ্মাদপি অতি সূক্ষ্ম সংসাৰৰ মাজে,
সৰ্ব্বজ্ঞ, নিয়ন্তা বিভু বিশ্ব ঘেৰি ৰাজে ;
পুৰাণ পুৰুষ তেওঁ অতীব মহৎ ;
অজ্ঞান কুৱঁলী নাশে দীপ্ত সূৰ্য্যবৎ । ৯ ।
অন্তকালে ভক্তে পাৰ্থ, মন স্থিৰ কৰি,
ভ্ৰূমধ্যত প্ৰাণবায়ু যোগবলে ধৰি ;
বিশ্বৰ পালনকৰ্ত্তা অচিন্ত্য অবৰ্ণ্য,
পৰম পুৰুষ লভি হয় ধন্য ধন্য । ১০ ।





অক্ষৰ বুলিছে যাক ব্ৰহ্মজ্ঞানী জন,
যি পদত পশে সৰ্ব্বত্যাগী যতিগণ ;
যি পদৰ আশে লোক ব্ৰহ্মচাৰী হয়,
সি পথ সংক্ষেপে কওঁ শুনা ধনঞ্জয় ! ১১ ।
সৰ্ব্বদ্বাৰ ৰুদ্ধ কৰি হৃদে ধৰি মন,
ব্ৰহ্মৰন্ধ্ৰে প্ৰাণ ৰোধি যুগযুক্ত জন ;
ওঙ্কাৰ উচ্চাৰি মোক একাগ্ৰে সুমৰি,
পৰাগতি লভে সুখে দেহত্যাগ কৰি । ১২-১৩ ।
নিত্য একচিত্তে মোক ভজনা যি কৰে,
সুলভ তেওঁৰ মই হওঁ অকাতৰে । ১৪ ।
মোক লভি সখি, সেই সিদ্ধ যোগীজন,
দুঃখময় পুনৰ্জ্জন্ম নকৰে গ্ৰহণ । ১৫ ।
ব্ৰহ্মলোকবাসী আদি জীৱ চৰাচৰে,
অনিত্য সংসাৰে জন্ম মৃত্যু লাভ কৰে ;
কিন্তু মোক লভি শুনা হে কুন্তীনন্দন
পুনৰ্জ্জন্ম নলভে মনুষ্যে কদাচন । ১৬ ।
ব্ৰহ্মাৰ এদিনে যুগ সহস্ৰ ধৰাৰ,
সহস্ৰ যুগত হয় এৰাতি ব্ৰহ্মাৰ ;
ব্ৰহ্মদিবা, ব্ৰহ্মৰাত্ৰি ইৰূপে যি জানে,
অহোৰাত্ৰবিদ্ তাক বোলে জ্ঞানীগণে । ১৭ ।

ব্যক্তভাবে থাকে বিশ্ব ব্ৰহ্মাৰ দিনত,
ব্ৰহ্মাৰ ৰাত্ৰিত কিন্তু ডুবে অব্যক্তত। ১৮।
ই নিয়মক্ৰমে পুনঃ পুনঃ ভূতচয়,
দিবাগমে ব্যক্ত হয়, নিশাগমে লয়। ১৯।
অব্যক্ত অপেক্ষা শ্ৰেষ্ঠ সৎ যি অক্ষয়,
বিশ্ববিনাশতো যাৰ নহয় বিলয়। ২০।
জন্মমৃত্যুশূন্য মনবুদ্ধিঅগোচৰ,
ব্ৰহ্মবস্তু সেয়ে পাৰ্থ, অনন্ত 'অক্ষৰ'
নিৰ্ব্বাণ চৰম গতি মোৰ নিত্য ধাম,
যিটো লভি ভুঞ্জে যোগী পৰম বিশ্ৰাম। ২১।
ব্ৰহ্মাত ব্ৰহ্মাণ্ডস্থিত ব্ৰহ্ম সৰ্ব্বময়,
পৰাভক্তিবলে পাৰ্থ, ব্ৰহ্ম লাভ হয়। ২২।
কোন কালে দেহ ত্যজি নাহে যোগী ফিৰি,
কোন কালে ত্যজিলে বা আহে পুনঃ ঘুৰি ;
সি কথা বৰ্ণাম মই শুনা হে ভাৰত,
প্ৰবেশা কঠিন কিন্তু সেই ৰহস্যত। ২৩।
অগ্নি, জ্যোতিঃ, দিন, শুক্লপক্ষোত্তৰায়ণে,
দেহ ত্যজি যায় যোগী ব্ৰহ্মৰ সদনে। ২৪।
ধূম, ৰাত্ৰি, কৃষ্ণপক্ষ দক্ষিণ অয়নে,
কাল প্ৰাপ্ত যোগী ফিৰি আহে ই ভুবনে। ২৫।





শুক্ল, কৃষ্ণ, গতি দুই আছে ধনঞ্জয়,
এটিত নিৰ্ব্বাণ অন্যে পুনৰ্জ্জন্ম হয়। ২৬।
এই দুই পথ জানি যোগাভ্যাসী যত,
একনিষ্ঠ ব্ৰহ্মধ্যানে থাকে নিত্য ৰত ;
কদাপিতো যুক্ত যোগী মোহিত নহয়,
সিকাৰণে যোগমুক্ত হোৱা ধনঞ্জয়! ২৭।
চাৰিবেদে দান যজ্ঞ তপস্যাৰ ফল,
বৰ্ণিত যি আছে যত, শুনা মহাবল !
সৰ্ব্ব অতিক্ৰমে, ইটো জানি যোগীবৰ,
লভে সি পৰম আদি পদ নিৰন্তৰ। ২৮।

ইতি অক্ষৰব্ৰহ্মযোগ।

---

# নবম অধ্যায়।

শ্ৰীকৃষ্ণে কলে,

যি হেতু অসূয়াশূন্য তুমি ভক্তজন,
গুহ্যতম তত্ত্ব এবে কৰিম বৰ্ণন ;
বিজ্ঞান সহিতে জ্ঞান কৰিলে অৰ্জ্জন,
মুক্তিলাভ হয় জানি কৰিবা মনন। ১।
ৰাজবিদ্যা সৰ্ব্বশ্ৰেষ্ঠ জানিবা নিশ্চয়,
পৰম পবিত্ৰ আৰু সুখ শান্তিময়। ২।
এই ধৰ্ম্মে শ্ৰদ্ধাহীন পাপীতাপীজন,
ঈশ্বৰ নলভি কৰে সংসাৰ ভ্ৰমণ। ৩।
অব্যক্ত মূৰ্ত্তিত মই বিশ্বব্যাপী ৰওঁ,
তথাপিতো লিপ্ত সখি, একোতে নহওঁ। ৪।
অদ্ভুত বিভূতি মোৰ পাৰ্থ ধনুৰ্দ্ধৰ,
সদায় নিৰ্লিপ্ত দেখা ব্যাপী চৰাচৰ,
ভূতস্থ নহওঁ কিন্তু ভূতাধাৰ মই,
অব্যক্ত ভাৱত ভূতগণো মোত নাই। ৫।
সৰ্ব্বভূতমূল মোক্তে জানিবা সতত,
সৰ্ব্বগামী বায়ু যথা থাকে আকাশত। ৬





কল্পাদিত মোৰে পৰা বিশ্ব সৃষ্টি হয়,
কল্পক্ষয়ে মোতে সখি, বিশ্বৰ বিলয়। ৭।
মোৰে প্ৰকৃতিত মই থাকি অনুস্যূত,
মায়ামুগ্ধ জীৱকুল স্ৰজিছোঁ নিয়ত। ৮।
স্ৰজন কাৰ্য্যত মই বন্ধন বিহীন,
উৰ্দ্ধে স্থিত, অনাসক্ত, নিত্য উদাসীন। ৯।
মই অধিষ্ঠাতা—বিশ্ব জন্মায় প্ৰকৃতি,
সিকাৰণে বাৰে বাৰে হয় সৃষ্টি স্থিতি। ১০
মানৱ দেহত মই হলে অৱতাৰ,
অজ্ঞানে কেবল মোক দেখি নৰাকাৰ ;
মোৰ সি পৰম ভাব ধৰিব নোৱাৰি,
নৰজ্ঞানে ফুৰে মোক অৱহেলা কৰি। ১১।
ৰাক্ষসী আসুৰী মায়া-মোহিণীৰ পাশে,
বদ্ধ থাকি অজ্ঞজনে জ্ঞানকৰ্ম্ম নাশে। ১২।
কিন্তু দিব্য প্ৰকৃতিৰ মহাত্মা সুজন,
নিত্য ব্ৰহ্ম জানি মোক কৰয় পূজন। ১৩।
সদায় সংযত হই প্ৰেমভক্তি ভৰে,
কোনোৱে বা গুণ গাই উপাসনা কৰে। ১৪।
অন্য জনে জ্ঞান যজ্ঞে কৰে উপাসনা,
"একে বহু—বহু এক" কৰয় ভাবনা। ১৫।

মই মন্ত্ৰ, মই অগ্নি মই দ্ৰব্যগুণ,
মই হোম, মই শ্ৰাদ্ধ জানিবা অৰ্জ্জুন ! ১৬।
মই জগতৰ পিতা, মাতা, মূলাধাৰ,
ঋক্ সাম যজুৰ্ব্বেদ পবিত্ৰ ওঙ্কাৰ । ১৭।
প্ৰভু, সাক্ষী, সৃষ্টি স্থিতি প্ৰলয় কাৰণ,
সুহৃদ শৰণ মই সংসাৰ তাৰণ । ১৮।
সূৰ্য্যৰূপে জগতক নিত্য তপ্ত কৰা,
আকৰ্ষণ, সুবৰ্ষণ ; সবে মোৰ পৰা ।
স্থূল, সূক্ষ্ম, সব মই হে কুন্তীনন্দন,
মইয়ে জীৱন মৃত্যু মইয়ে জীৱন । ১৯।
স্বৰ্গলাভ আশে ত্ৰিবেদজ্ঞ সাধুগণ,
যজ্ঞ অনুষ্ঠানে মোক কৰয় অৰ্চ্চন,
নিষ্পাপী সি সবে লভি দিব্য স্বৰ্গলোক,
পুণ্যবলে ভুঞ্জে তথা দিব্য দেবভোগ । ২০
স্বৰ্গ সুখ ভোগ কৰি পুণ্য ক্ষীণ হলে,
মৰ্ত্ত্যে জন্ম লয় পুনঃ নিয়মৰ বলে ;
ত্ৰিবেদোক্ত কৰ্ম্ম কৰে ফলাকাঙ্ক্ষীজন,
জন্ম মৃত্যু লভে সখি, সদা সিকাৰণ । ২১।
একনিষ্ঠ চিত্তে মোক উপাসনা কৰি,
মোৰ ভক্তে যায় যত যোগবিঘ্ন তৰি ;





মোতে নিত্যযুক্ত ৰাখে চিত্ত বুদ্ধি মন,
ময়ো নিত্য কৰো তাৰ অভাব মোচন । ২২।
শ্ৰদ্ধাসহ অন্য দেৱ যি কৰে ভজনা,
অবিধি পূৰ্ব্বক সিয়ো মোৰে উপাসনা । ২৩।
সৰ্ব্বযজ্ঞভোক্তা মই প্ৰভু জগতৰ,
ই তত্ত্ব নাজানি কৰে পূজন অন্যৰ । ২৪।
দেবতাক পূজি নৰে দেবলোকে যায়,
পিতৃ পূজনত পিতৃলোক প্ৰাপ্ত হয় ;
ভূতাদি পূজিলে ভূতলোকে হয় গতি,
মোৰ পূজনত কিন্তু মোক্ষপদে স্থিতি । ২৫।
পত্ৰ, পুষ্প, ফল, জল, প্ৰেম ভক্তিভৰে,
সমৰ্পিলে মোক মই লওঁ সমাদৰে । ২৬।
যজ্ঞ, কৰ্ম্ম, তপ, জপ, দান বা ভোজন,
সৰ্ব্বকৰ্ম্ম মোতে সখি, কৰা সমৰ্পণ । ২৭।
শুভাশুভ কৰ্ম্মফল মোত সমৰ্পিলে,
নোৱাৰে মেৰাব কৰ্ম্মনিয়মৰ জালে ;
ইৰূপে সন্যাসযুক্ত হই ধনঞ্জয়,
কৰ্ম্মবন্ধ ছেদি মোক লভিবা নিশ্চয় । ২৮।
সৰ্ব্বভূতে সম মোৰ শত্ৰু মিত্ৰ নাই,
ভক্তিভৰে যিয়ে ভজে তাৰে লভ্য মই । ২৯।

অতি দুৰ্জ্জনেও যদি ভজে একমনে,
সাধুৰূপে সিয়ো গণ্য সঙ্কল্পৰ গুণে । ৩০ ।
ত্বৰিতে সিজন হয় ধৰ্ম্মপৰায়ণ,
বিনষ্ট নহয় সখি, মোৰ ভক্তজন । ৩১ ।
পাপজন্মা, বৈশ্য, শূদ্ৰ অথবা স্ত্ৰীজাতি,
মোৰ তত্বজ্ঞানে পাৰ্থ, লভে পৰাগতি । ৩২ ।
পবিত্ৰ ব্ৰাহ্মণ কিম্বা ৰাজৰ্ষিৰ কথা,
কিনো কম ? লভে মুক্তি, নহয় অন্যথা ;
স্থায়ী সুখ বিৰহিত অনিত্য সংসাৰ,
জানি সখি, মোকে তুমি ভজা বাৰম্বাৰ । ৩৩
মোকে ভক্তি কৰা ; মোকে কৰিবা যজন,
দৃঢ় সঙ্কল্পেৰে মোতে স্থাপা বুদ্ধি মন ;
মোকে পৰাগতি চিন্তি কৰা নমস্কাৰ,
নিশ্চয় কৰিবা মোতে আনন্দে বিহাৰ । ৩৪ ।

ইতি ৰাজবিদ্যাৰাজ গুহ্যযোগ ।

---



# দশম অধ্যায় ।

শ্ৰীকৃষ্ণই কলে,

পুনৰপি ধনঞ্জয় ! কৰিবা শ্ৰবণ,
তোমাৰ উদ্দেশ্যে কওঁ পৰম বচন । ১ ।
দেবতা মহৰ্ষি কিম্বা অন্য কোন জনে,
মোৰ আদি তত্ব কথা কদাপি নাজানে ;
মই আদি সকলোৰে অচল অটল,
সৰ্ব্বভাবে সৰ্ব্বকালে শুনা মহাবল ! ২ ।
অনাদি ঈশ্বৰ মোক যি জনে জানয়,
সেই জ্ঞানীজন সৰ্ব্বপাপমুক্ত হয় । ৩ ।
জ্ঞান, বুদ্ধি, মোহাভাব, ক্ষমা, সত্য, দম,
সুখ, দুখ, বিনাশ, উদ্ভব আৰু শম ;
অহিংসা, সমতা, তুষ্টি, ভয়, অপযশ,
অভয়, তপস্য, দান আৰু নাম যশ ;
ভিন্ ভিন্ যত ভাব হয় হি উদয়,
প্ৰাণীগণে মোৰে পৰা লভে সমুদয় । ৪—৫ ।
মোৰে মনোসমুদ্ভুত যত মনুগণ,
চাৰিও কুমাৰ আৰু ঋষি সাতজত ;

সি সবে স্ৰজিছে এই যত প্ৰাণীচয় ;
মোৰে প্ৰভাৱত জানা সকলো উদয়। ৬।
তত্বতঃ বিভূতি মোৰ জানি জ্ঞানীগণে,
অবিকম্পভাৱে মোতে থাকে স্থিৰ মনে। ৭।
ময়ে জগতৰ স্থিতি উদ্ভৱ কাৰণ,
জানি মোক পূজে পার্থ, ভক্তজ্ঞানীজন। ৮।
মচ্চিত্ত মদ্গতপ্ৰাণ ভক্ত জ্ঞানীগণ,
সুখে মোৰ তত্বকথা কৰয় কীৰ্ত্তন। ৯।
প্ৰীতি সহ সদা মোক ভজে তেনে জনে,
ধন্য কৰোঁ তাক মই বুদ্ধিযোগদানে। ১০।
জ্ঞানদীপ জ্বলি আত্মস্থিত হই তাৰ,
অনুগ্ৰহ কৰি নাশোঁ অজ্ঞান আন্ধাৰ। ১১

অৰ্জ্জুনে কলে,

পৰব্ৰহ্ম আদিদেব নিত্য নিৰঞ্জন,
পুৰাণ পুৰুষ শুদ্ধ সত্য সনাতন ;
স্বৰূপে ইৰূপ তুমি পৰম আশ্ৰয় ;
বৰ্ণিছে তোমাক তথা যত ঋষিচয়।
অসিত, দেবল, ব্যাস, দেবৰ্ষি নাৰদ,
সবে বোলে তোমাকেই বিভু পৰম্পদ ;





তুমিও তদ্ৰূপে নিজে কৰিলা বৰ্ণন,
সত্য বুলি মানোঁ মই তোমাৰ বচন।
নিঃসংশয়ে তুমি প্ৰভু, সৰ্ব্বমূলাধাৰ,
দেৱতা দানৱে তত্ব নুবুজে তোমাৰ। ১২—১৪।
দেবদেব, পৰমেশ, হে ভূতভাবন !
তুমি হে তোমাৰ তত্ব জানা মহাজন। ১৫।
যি বিভূতি বলে ব্যাপি আছা সৰ্ব্বলোক,
বিশেষে বিস্তাৰি কই ধন্য কৰা মোক। ১৬।
কিবা ৰূপ চিন্তি প্ৰভু, তোমাক জানিম,
কি কি ভাবে ভগবান তোমাক ভাবিম ? ১৭।
বিস্তাৰি বিভূতিযোগ কোৱা পুনৰায়,
শুনিলে অমৃতবাণী হৃদয় জুৰায়। ১৮।

শ্ৰীকৃষ্ণে কলে,

অনন্ত বিভূতি মোৰ হে কুন্তীনন্দন,
প্ৰধান সকল কওঁ কৰিবা শ্ৰৱণ। ১৯।
সৰ্ব্বভূতহৃদিস্থিত আত্মা সৰ্ব্বাশ্ৰয়,
মই আদি মই মধ্য মইয়ে প্ৰলয়। ২০।
আদিত্য সকল মাজে বিষ্ণু, পাৰ্থ, মই,
জ্যোতিষ্কগণৰ মাজে আছোঁ ৰবি হই ;

মৰুদ্গণমধ্যে মই মৰীচি বিদিত,
নক্ষত্ৰগণৰ মাজে চন্দ্ৰ নামে খ্যাত। ২১।
বেদমধ্যে সাম মই বাসৱ স্বৰ্গত,
ইন্দ্ৰিয়ৰ মাজে মন চেতনা ভূতত। ২২।
ৰুদ্ৰগণ মাজে মই শঙ্কৰ মহেশ ;
যক্ষৰক্ষ মাজে মই কুবেৰ ধনেশ ;
বসুগণ মাজে মই অগ্নি তেজস্কৰ,
উচ্চ পৰ্ব্বতৰ মধ্যে সুমেৰু শিখৰ। ২৩।
পুৰোহিত মাজে সুৰগুৰু বৃহস্পতি,
সেনাপতি মধ্যে ময়ে স্কন্দ সেনাপতি।
জলাশয় যত সব আছে সংসাৰত,
তন্মধ্যে সমুদ্ৰ মই জানিবা সতত। ২৪।
মহৰ্ষিৰ মধ্যে ভৃগু প্ৰণব বাক্যত,
যজ্ঞমাজে জপ হিমালয় স্থাবৰত। ২৫।
নাৰদ দেবৰ্ষিমধ্যে বৃক্ষত অশ্বত্থ,
সিদ্ধৰ কপিল, গন্ধৰ্ব্বৰ চিত্ৰৰথ। ২৬।
অশ্ব মাজে উচ্চৈঃশ্ৰবা গজে ঐৰাবত,
নৰ মধ্যে নৰাধিপ জানিবা ভাৰত! ২৭।
ধেনু মধ্যে কামধেনু, বজ্ৰ আয়ুধত,
সৰ্প মাজে বাসুকী কন্দৰ্প জননত। ২৮।





নাগৰ অনন্ত, জলে বৰুণ উত্তম,
পিতৃমধ্যে অৰ্য্যমা নিয়ন্তা মাজে যম। ২৯।
গণনাকাৰীৰ কাল, প্ৰহ্লাদ দৈত্যৰ,
বৈনতেয় পক্ষীকুলে, মৃগেন্দ্ৰ মৃগৰ। ৩০।
পবিত্ৰকাৰীৰ জানা মইয়ে পবন,
যোদ্ধাগণ মধ্যে ৰাম ৰাজীব লোচন ;
জলজন্তুমধ্যে মই জানিবা মকৰ,
স্ৰোতস্বিনী মাজে মই জাহ্নবী প্ৰখৰ। ৩১।
আদি, অন্ত, মধ্য মই সকলো ভূতৰ,
বিদ্যাৰ আধ্যাত্ম মই বাদ বিচাৰৰ। ৩২।
অক্ষৰ আকাৰ মই দ্বন্দ্ব সমাচাৰ,
মইয়ে সৰ্ব্বতোমুখ ধাতা জগতৰ। ৩৩।
মৃত্যুগুণসকলৰ ময়ে ক্ষমা ধৃতি,
সম্পদ, যশস্যা, বাক্য, মেধা আৰু স্মৃতি।
সৰ্ব্বহৰ মৃত্যু মই নিশ্চয় জানিবা,
জন্মিব যি তাৰো মোকে উদ্ভব মানিবা। ৩৪।
মইয়ে বৃহৎসাম সাম সকলৰ,
মাহৰ আঘোন আৰু গায়ত্ৰী ছন্দৰ,
ঋতুৰ বসন্ত মই তেজ তেজস্বীৰ,
মইয়ে জানীবা জুৱা চলনাকাৰীৰ ;

ময়ে দৃঢ় মনোবল বিজয়ীৰ জয়,
সাত্ত্বিকৰ সত্ত্ব মই জানিবা নিশ্চয় । ৩৫-৩৬ ।
কবিৰ উশনা, ব্যাস মুনিৰ মাজত,
যদুকুলে কৃষ্ণ, পাৰ্থ পাণ্ডুৰ কুলত । ৩৭ ।
জয়েচ্ছুৰ নীতি, দণ্ড দমনকাৰীৰ,
গোপনত মৌন মই জ্ঞান সুজ্ঞানীৰ । ৩৮ ।
উদ্ভব কাৰণ মই সকলো ভূতৰ,
মোতেই প্ৰোথিত যত বিশ্ব চৰাচৰ । ৩৯ ।
মোৰ দিব্য বিভূতিৰ অন্ত নাই দেখি,
বিস্তাৰি কিঞ্চিৎমাত্ৰ কলোঁ মই সখি ! ৪০ ।
শ্ৰীমন্ত, ঐশ্বৰ্য্যযুক্ত, আৰু যি উজ্জ্বল,
মোৰে তেজোদ্ভব বুলি জানিবা সকল । ৪১ ।
অথবা বাহুল্যে তব কিবা প্ৰয়োজন ?
একাংশে জগৎ মোৰ কৰিছোঁ ধাৰণ । ৪২ ।

ইতি বিভূতিযোগ ।

---



# একাদশ অধ্যায় ।

অৰ্জ্জুনে কলে

যি তত্ত্ব বৰ্ণিলা প্ৰভু, তুমি কৃপান্বিত,
জ্ঞানময় বাক্যে মোৰ মোহ তিৰোহিত । ১ ।
জগতৰ সৃষ্টি স্থিতি প্ৰলয় কাৰণ,
তোমাৰ মাহাত্ম্য আদি কৰিলোঁ শ্ৰৱণ । ২ ।
অপৰূপ বিশ্বৰূপ স্বৰূপ তোমাৰ,
দৰশনে মোৰ মনে উদয় বাঞ্ছাৰ । ৩ ।
বিশ্বৰূপ দৰশনে যদি যোগ্য মই,
দেখুওৱা যোগেশ্বৰ কৃপান্বিত হই । ৪ ।
শ্ৰীকৃষ্ণই কলে, "পাৰ্থ, চোৱা ৰূপ মোৰ,
নানাবিধ নানাবৰ্ণ অলেখ আকাৰ । ৫ ।
অশ্বিনীকুমাৰদ্বয় ৰুদ্ৰ একাদশ,
অষ্টবসু, মৰুদগণ, আদিত্য দ্বাদশ ;
নেদেখা নুশুনা পূৰ্ব্বে ঘটনা সকল,
এতিয়া শৰীৰে মোৰ দেখিবা কেবল । ৬ ।
বাঞ্ছিত তোমাৰ যত বিশ্বৰ বিশেষ,
একাধাৰে মোতে তুমি চোৱা গুড়াকেশ ! ৭ ।

নেদেখিবা কিন্তু তুমি চৰ্ম্মচক্ষুবলে,
দিওঁ দিব্য চক্ষু, তুমি চোৱা সুকৌশলে" । ৮

সঞ্জয়ে কলে,

এই বুলি মহাৰাজ! যোগেশ্বৰ হৰি,
দেখাইলা অৰ্জ্জুনক দিব্য ৰূপ ধৰি । ৯ ।
শোভে সিৰূপত নানা দিব্য আভৰণ,
অসংখ্য বদন আৰু অসংখ্য নয়ন ;
প্ৰহাৰে উদ্যত অদভুত অস্ত্ৰচয়,
আচৰিত নানাবিধ দৃশ্য শোভা পায় । ১০ ।
দিব্যমালা, দিব্য বস্ত্ৰ গন্ধানুলেপনে,
সুশোভিত বিশ্বৰূপ অপূৰ্ব্ব ভূষণে ;
সকলো ঠাইতে দিব্য মুখ শোভা পায়,
অনন্ত ঐশ্বৰ্য্যযুক্ত মহাপ্ৰভাময় । ১১ ।
যুগপৎ সমুদিত সহস্ৰ তপন,
বৰ্ষে যদি চতুৰ্দ্দিশি উজ্জ্বল কিৰণ ;
মহাজ্যোতিৰ্ম্ময় সেই মহৎ প্ৰভাৰ,
তুল্য প্ৰভা মহাৰাজ, সেই মহাত্মাৰ । ১২
অনন্তৰে একাধাৰে বিভিন্ন ভাৱৰ,
দেখিলা অৰ্জ্জুনে যত বিশ্বচৰাচৰ । ১৩।





বিস্মিত প্ৰণত ৰোমাঞ্চিত কলেৱৰ ;
আৰম্ভিলে ধনঞ্জয়ে যুৰি দুয়ো কৰ । ১৪ ।
দেব দেহে তব, দেখোঁ হে কেশব,
নানা প্ৰাণী অগণন ;
ব্ৰহ্মা পদ্মাসন, ঋষি মুনি জন,
দেৱ দেৱী সৰ্পগণ । ১৫ ।
বহু নেত্ৰ কৰ, অনেক উদৰ,
অনন্ত ৰূপ তোমাৰ ;
আদি মধ্য তাৰ, অন্ত বুজা ভাৰ,
বিশ্বৰূপ ! বিশ্বেশ্বৰ ! ১৬ ।
কিৰীটি শোভন, তেজঃপুঞ্জঘন,
গদাচক্ৰযুত আভা ;
মাৰ্ত্তণ্ডৰ ন্যায়, দীপ্ত বহ্নি প্ৰায়,
দুৰ্ণিৰীক্ষ্য তব প্ৰভা । ১৭ ।
তুমি হে অক্ষৰ, ঈশ্বৰ বেদৰ
জ্ঞেয় বীজ সকলৰ ;
ব্ৰহ্মাণ্ড আশ্ৰয়, পুৰুষ অব্যয়,
ধৰ্ম্মপাল জগতৰ । ১৮ ।
নাই আদি অন্ত, মহাশক্তিমন্ত,
বহু বাহু সমন্বিত ;

দীপ্ত হুতাশন, সদৃশ বয়ন,
শশী সূৰ্য্য তব নেত্ৰ। ১৯।
অবনী অম্বৰ, মধ্য চৰাচৰ,
ব্যাপি আছা দিশগণ ;
তব উগ্ৰৰূপ, অদ্ভুত স্বৰূপ,
দেখি কঁপে ত্ৰিভুবন। ২০।
প্ৰবেশে তোমাত, দেৱ অসংখ্যাত,
কোনো বা যুৰি অঞ্জলি ;
প্ৰাৰ্থে ভীত মনে, সিদ্ধ ঋষিগণে,
স্তুতি কৰে স্বস্তি বুলি। ২১।
উষ্মপা, আদিত্য, ৰুদ্ৰ, বসু, সাধ্য,
গন্ধৰ্ব্ব, যক্ষ, অসুৰ,
ৰুদ্ৰ বিশ্বাশ্বিনে, বিস্মিত সঘনে,
নিৰখে ৰূপ তোমাৰ। ২২।
অসংখ্য নয়ন, অসংখ্য বয়ন,
অসংখ্য দন্ত কৰাল ;
দেখি লাগে ভয়, হৃদয় কঁপয়,
অনন্ত ৰূপ বিশাল।
বিস্তৃত অয়ন, বিশাল নয়ন,
উৰু পদ দেখোঁ কত ;





পৰশে অম্বৰ, ৰূপ ভয়ঙ্কৰ
দেখি কঁপে প্ৰাণী যত।
অসংখ্য উদৰ, সংখ্যাতীত কৰ,
বৰ্ণ দেখি অসংখ্যাত ;
ধৈৰ্য্যচ্যুত হলোঁ, শান্তি হৰুৱালোঁ,
মৰিলো প্ৰভু! ভয়ত। ২৩-২৪।
কালানল সম, বয়নে বিষম,
কৰাল দশন শাৰী ;
দেখি ভয়ে মৰোঁ, দিশকো পাহৰোঁ,
প্ৰসন্ন হোৱা হে হৰি! ২৫।
ৰাজা দুৰ্য্যোধন, সহ ভ্ৰাতৃগণ ;
আৰু অন্য মহীপতি ;
ভীষ্ম, কৰ্ণ, দ্ৰোণ, মোৰো মুখ্যজন,
যত শ্ৰেষ্ঠ যোদ্ধাপতি ;
দ্ৰুতবেগে যায়, মুখে তব ধায়,
কৰাল দন্তৰ শাৰী ;
কোনো কোনো বীৰ, চূৰ্ণীকৃত শিৰ,
দশন মাজত পৰি। ২৬-২৭।
যথা বেগবতী, সৰ্ব্ব স্ৰোতস্বতী,
সাগৰত বই পৰে ;

তথা বীৰগণ, তব দীপ্যমান্,
বদনে প্ৰবেশ কৰে। ২৮।
প্ৰদীপ্ত প্ৰদীপে, যথা জাকে জাকে
পতঙ্গ পুৰি মৰয় ;
তথা তব মুখে, বেগে প্ৰবেশিছে,
ৰণস্থিত বীৰচয়। ২৯।
কৰাল বদনেঁ, যত জীৱমানে,
গ্ৰাসি তুমি অবিৰত ;
উগ্ৰতেজ ধৰি, তেজঃপূৰ্ণ কৰি,
সন্তাপিছা ত্ৰিজগত। ৩০।
কি নাম তোমাৰ, কিবা কাৰ্য্য আৰ
একোকে নাজানোঁ হৰি :
কৰোঁ নমস্কাৰ, পদে বাৰম্বাৰ,
কোৱা প্ৰভু, কৃপা কৰি। ৩১।

শ্ৰীভগবানে কলে—
শুনা ধনঞ্জয়, কৰি লোকক্ষয়,
সদা মই প্ৰবৰ্ত্তিত ;
এই ঘোৰ যুদ্ধে, নাশিম সবকে,
কাল নামে মই খ্যাত।





নামাৰা যদিও, তথাপি মৰিব,
বিপক্ষ বীৰগণ ;
উঠা ধনুৰ্ধৰ জিনি ই সমৰ,
লভা ৰাজ্য যশধন।
মহা কালৰূপে, অদ্ভুত স্বৰূপে,
সবকে নাশিছোঁ মই ;
শুনা ধনঞ্জয়, মাৰা যোদ্ধাচয়,
নিমিত্তৰ ভাগী হই। ৩২-৩৩।
ভীষ্ম জয়দ্ৰথ, কৰ্ণ মহাৰথ,
দ্ৰোণ আদি বীৰগণ ;
কৰিছোঁ নিধন, তুমি এতিক্ষণ,
কৰা মাৰ্থো জয় ৰণ। ৩৪।

সঞ্জয়ে কলে,
কেশবৰ কথা শুনি পাৰ্থ বীৰবৰ,
ভয়ে কম্পমান পাছে যুৰি দুয়ো কৰ ;
নমস্কাৰ কৰি পুনঃ অতি ভীত মনে,
আৰম্ভিলে এইদৰে গদগদ বচনে। ৩৫।
তব হৃষীকেশ ! মাহাত্ম্য অশেষ,
চৰাচৰ বিমোহিত ;

নমে সাধুচয়, ৰাক্ষসো পলায়,
সকলোৰে ভয়ভীত। ৩৬।
আনাদি অশেষ, তুমি হে দেবেশ,
জগতৰ ভয়হাৰী ;
সৎ অসতৰ, অতীত অক্ষৰ,
তুমি ব্ৰহ্ম সৰ্ব্বোপৰি।
ব্ৰহ্মাৰো বৰেণ্য, সৰ্ব্ব অগ্ৰগণ্য,
জগতজীয়াতুহাৰী ;
কৰোঁ নমস্কাৰ পদে বাৰম্বাৰ,
ৰাখা সনাতন হৰি ! ৩৭।
পুৰুষ পুৰাণ, জগত নিধান,
হে অনন্তৰূপধাৰী !
তুমি জ্ঞেয় জ্ঞাতা, তুমি মুক্তি দাতা,
তুমি বিশ্বব্যাপী হৰি। ৩৮।
তুমি অগ্নি যম, শশাঙ্ক পবন,
তুমি স্ৰষ্টা সবাকাৰ ;
শত শত বাৰ পদে নমস্কাৰ,
কৰোঁ হৰি বাৰম্বাৰ। ৩৯।
হে সৰ্ব্বস্বৰূপ ! তুমি বিশ্বৰূপ,
তুমি পূজ্য সৰ্ব্বোপৰি ;





অগ্ৰ পশ্চাদ্ভাগে, তব সৰ্ব্বদিকে,
নমস্কাৰ কৰোঁ হৰি। ৪০।
হে অশেষ গুণি ! মহিমা নাজানি,
প্ৰণয়ৰ বশ হই ;
হে কৃষ্ণ, মাধব, হে সখা, যাদৱ,
সম্বোধিলোঁ কত মই ;
বিহাৰভোজনে, আৰু শয্যাসনে,
উপহাসছলে যত ;
অপৰাধ মই কৰিছিলোঁ নাথ,
ক্ষমা তুমি কৃপান্বিত। ৪১-৪২।
তুমি বিশ্বপিতা, তুমি সৰ্ব্বধাতা,
পূজ্য গুৰু সবাকাৰ ;
অতুল প্ৰভাব ! সমকক্ষ তব,
ত্ৰিভুবনে নাই আৰ। ৪৩।
অনন্ত ঈশ্বৰ পদে নিৰন্তৰ,
নমস্কাৰ মোৰ লোৱা,
দণ্ডবৎ কৰি, কৰিছোঁ গোহাৰি,
হে হৰি, প্ৰসন্ন হোৱা।
পিতৃয়ে পুত্ৰক, সখায়ে সখীক,
প্ৰিয়জনে প্ৰিয়জন ;

আপুনি সন্তোষ, ক্ষমে সৰ্ব্বদোষ,
ক্ষমা মোকো সৰ্ব্বজ্ঞান! ৪৪।
নেদেখা মূৰতি, দেখি হৃষ্টমতি,
কিন্তু ভয়ভীতমন;
পূৰ্ব্বৰূপ ধৰি, দেবেশ শ্ৰীহৰি,
দিয়া মোক দৰশন। ৪৫।
কিৰীটি শোভন, ভুবন মোহন,
শঙ্খ চক্ৰ গদা ধৰি;
হেৰা বিশ্বৰূপ! হোৱা চতুৰ্ভুজ,
মোক দয়া কৰা হৰি! ৪৬।

শ্ৰীকৃষ্ণে কলে,

তোমাত প্ৰসন্ন হই কৰি যোগাশ্ৰয়,
দেখুৱালোঁ বিশ্বৰূপ অনন্ত অক্ষয়;
মোৰ ই পৰম ৰূপ মহাতেজোময়,
দেখা নাই অন্যে পূৰ্ব্বে, শুনা ধনঞ্জয়! ৪৭।
বেদপাঠ অধ্যয়ন যজ্ঞ দান জপ,
বহু ক্ৰিয়া কৰি কিম্বা সাধি উগ্ৰতপ;
নেদেখে ই বিশ্বৰূপ অন্য কোনো জন—
ভক্ত তুমি সিকাৰণে পালা দৰশন। ৪৮।





মোৰ এই ঘোৰৰূপ দেখি ধনঞ্জয়,
নহবা মোহিত কিম্বা ব্যথিত হৃদয়;
ভয়হীন প্ৰীতমন আনন্দ অন্তৰ,
চোৱা মোৰ সৌম্যৰূপ পুনঃ বীৰবৰ! ৪৯।

সঞ্জয়ে কলে,

এই বুলি বাসুদেব অতি হৃষ্টমতি—
আশ্বাসিলে অৰ্জ্জুনক ধৰি স্বমূৰতি। ৫০।

অৰ্জ্জুনে কলে,

এই সৌম্য নৰৰূপ কৰি দৰশন,
সুস্থিৰ হৃদয় এবে মোৰ জনাৰ্দ্দন! ৫১।

শ্ৰীকৃষ্ণে কলে,

যাব দৰশন নিত্য বাঞ্ছে দেবগণ,
সিৰূপ সহজে তুমি কৰিলা দৰ্শন। ৫২।
বেদ, যজ্ঞ, দান কিম্বা তপ জপ বলে,
কিবা সাধ্য বিশ্বৰূপ দেখে ভূমণ্ডলে। ৫৩।
কিন্তু মোৰ ভক্তজন পৰাভক্তিবলে,
দৰ্শন মনন কৰে তত্বজ্ঞানফলে। ৫৪।

নিত্য মোৰ কৰ্ম্ম কৰে মোৰ ভক্তজন,
নিত্য মোকে কৰে পাৰ্থ একান্ত মনন ;
সৰ্ব্বভূতে সমভাৱ অনাসক্ত মন,
সুখে মোক লভে ভক্তে, হে পাণ্ডুনন্দন ! ৫৫

ইতি বিশ্বৰূপদৰ্শনযোগ।

---



# দ্বাদশ অধ্যায়।

অৰ্জ্জুনে কলে,

নিত্যযুক্ত ভক্তে তব কৰয় পূজন,
অব্যক্ত ব্ৰহ্মাৰ চিন্তা কৰে জ্ঞানীগণ ;
উভয়ৰ মাজে কোন যোগী শ্ৰেষ্ঠ হয়,
ভাঙি চিঙি কোৱা মোক প্ৰভু দয়াময়। ১।

শ্ৰীকৃষ্ণই কলে,

নিত্যযুক্ত মোৰ এই সগুণ ভাবত,
মোতে মন থাপি মোকে চিন্তে অবিৰত ;
শ্ৰদ্ধা সহ উপাসনা কৰে যিটো জন ;
সেয়ে যুক্ততম যোগী জানিবা লক্ষণ। ২।
অব্যক্ত ব্ৰহ্মাৰ ধ্যানে হই নিমগন,
ইন্দ্ৰিয় নিগ্ৰহ কৰে সমবুদ্ধিজন ;
সৰ্ব্বদায় চিন্তে সৰ্ব্বব্যাপী সনাতন,
অচিন্ত্য কূটস্থ অবিনাশী নিৰঞ্জন ;

সৰ্ব্বভূতহিতে ৰত হেন যোগীজন,
মোতে লয় হব তেৱেঁা হে কুন্তীনন্দন ! ৩-৪ ।
অব্যক্ত ব্ৰহ্মাৰ চিন্তা মহাকষ্টকৰ,
বেচি ক্লেশ ভুঞ্জে পাৰ্থ, ব্ৰহ্মনিষ্ঠ নৰ । ৫ ।
পৰন্তু যি জনে মোক, হই একমনা
সৰ্ব্বকৰ্ম্ম অৰ্পি মোতে কৰে উপাসনা ;
মৎপৰায়ণ আৰু মোকে কৰে ধ্যান,
সংসাৰৰ পৰা তাক শীঘ্ৰে কৰোঁ ত্ৰাণ । ৬-৭ ।
মোতে মন বুদ্ধি স্থিৰ কৰা ধনঞ্জয়,
পৰলোকে মোকে পাবা জানা নিঃসংশয় । ৮ ।
চিত্ত স্থিৰ কৰিবৰ নহলে শকতি,
অভ্যাস যোগত যত্নে ৰাখা তুমি মতি । ৯
অসমৰ্থ হোৱা যদি অভ্যাস যোগত,
সতত কৰিবা কৰ্ম্ম মোৰ উদ্দেশ্যত । ১০ ।
তাতো অসমৰ্থ যদি হোৱা ধনঞ্জয়,
কৰ্ম্মফল ত্যাজি লোৱা মোতেই আশ্ৰয় । ১১ ।
অভ্যাস অপেক্ষা জ্ঞানযোগ শ্ৰেষ্ঠ হয়,
জ্ঞানাপেক্ষা ধ্যান শ্ৰেষ্ঠ জানিবা নিশ্চয় ;
ধ্যানাপেক্ষা কৰ্ম্মফলত্যাগ শ্ৰেষ্ঠ হয়,
ত্যাগ হন্তে শান্তিলাভ আনন্দ অক্ষয় । ১২ ।





সৰ্ব্বভূতহিতে ৰত করুণা আধাৰ,
অহঙ্কাৰশূন্য, মায়া মোহ নাই যাৰ ;
সুখে দুখে সমভাব সন্তুষ্ট অন্তৰ,
ইন্দ্ৰিয়বিজয়ী ক্ষমাশীল যোগীবৰ ;
সুদৃঢ় সঙ্কল্প যাৰ মোতে স্থিৰ মন,
সেই ভক্ত মোৰ প্ৰিয় জানিবা লক্ষণ । ১৩-১৪ ।
সিজন নহয় কাৰো ভয়ৰ কাৰণ,
নহয় অথবা ভীত নিজে কদাচন ;
নহয় উদ্বিগ্ন কিম্বা একোতে কাতৰ,
সুখে দুখে সম মোৰ প্ৰিয় ভক্তবৰ । ১৫ ।
শুচি দক্ষ উদাসীন নিস্পৃহ সদায়,
সৰ্ব্বাৰম্ভত্যাগী মোৰ প্ৰিয় ভক্ত হয় । ১৬ ।
প্ৰিয় বস্তু লাভে নাই বিশেষ বিকাৰ,
অপ্ৰিয়ৰো সমাগমে দ্বেষ নাই যাৰ ;
শুভাশুভপৰিত্যাগী কামনাবৰ্জ্জিত,
ভক্তিমান সেয়ে মোৰ পৰম ভকত । ১৭ ।
শত্ৰুমিত্ৰে সমভাব ; মান, অপমান,
শীত উষ্ণ সুখ দুখ সকলো সমান ;
গৃহশূন্য ; নিন্দা স্তুতি যাৰ পক্ষে একে,
আসক্তি বিহীন আৰু মৌনভাবে থাকে ;

স্থিৰমতি নিত্যতুষ্ট হেন ভক্তজন,
সৰ্ব্বদায় মোৰ প্ৰিয় জানিবা লক্ষণ । ১৮-১৯ ।
ভক্তিভৰে উক্ত ধৰ্ম্ম কৰে আচৰণ,
মোৰ অতি প্ৰিয় ভক্ত জানা সেইজন । ২০ ।

ইতি ভক্তিযোগ ।

---



# ত্ৰয়োদশ অধ্যায় ।

অৰ্জ্জুনে শুধিলে,

প্ৰকৃতি, পুৰুষ, ক্ষেত্ৰ, জ্ঞেয়, জ্ঞাতা,
কিৰূপে নিৰ্ণয় কৰোঁ, হে বিশ্ববিধাতা ! ১ ।
কৃষ্ণে উত্তৰিলে, "শুনা কুন্তীৰ নন্দন !
শৰীৰকে ক্ষেত্ৰ বোলে তত্ত্বজ্ঞানীগণ ;
যি জনে তত্ত্বতঃ এই শৰীৰক জানে,
ক্ষেত্ৰজ্ঞ তেওঁকে বোলে তত্ত্বজ্ঞানীগণে । ২ ।
ক্ষেত্ৰজ্ঞ স্বৰূপে পাৰ্থ, ময়ে সৰ্ব্বজান,
ক্ষেত্ৰজ্ঞ ক্ষেত্ৰৰ জ্ঞান মোৰে তত্ত্বজ্ঞান । ৩ ।
যাদৃশ সি ক্ষেত্ৰ আৰু যি যি গুণ তাৰ,
কিৰূপে উৎপন্ন হয়, কিৰূপ বিকাৰ ;
ক্ষেত্ৰজ্ঞ যাদৃশ আৰু যাদৃশ প্ৰভাৱ,
সংক্ষেপে বৰ্ণাওঁ মই শুনা হে পাণ্ডৱ ! ৪ ।
যুক্তিপূৰ্ণ ব্ৰহ্মসূত্ৰ আৰু নানা ছন্দে,
ঋষিগণে গালে তাক বিস্তাৰি প্ৰবন্ধে । ৫ ।
মন, বুদ্ধি, অহঙ্কাৰ, মহাভূতচয়,
দশেন্দ্ৰিয়, দেহ, পঞ্চ ইন্দ্ৰিয়বিষয় ;

(৬)

অব্যক্ত চেতনা আৰু ইচ্ছা দ্বেষ ধৃতি,
সুখ দুখ মিলি ক্ষেত্ৰ—ক্ষেত্ৰৰ প্ৰকৃতি। ৬-৭।
( আপোনাৰ প্ৰশংসাদি আপুনি নকৰে,
অমানিত্ব গুণলাভ কৰে সেই নৰে ;
জ্ঞানীজন সৰ্ব্বকালে দম্ভশূন্য হয়,
তাকে অদম্ভিত্ব বোলে শুনা ধনঞ্জয় ! )
অমানিত্ব, অদম্ভিত্ব, ক্ষমা, সৰলতা,
গুৰু-উপাসনা, শৌচ, অহিংসা, স্থিৰতা ;
বিষয়ত অনাসক্তি, ইন্দ্ৰিয় নিগ্ৰহ,
বিবেক বৈৰাগ্যদীপ্তি মনোজয় সহ ;
পুত্ৰ ভাৰ্য্যা গৃহাদিত আসক্তি বৰ্জ্জন,
জন্ম মৃত্যু জৰা আদি দুখৰ দৰ্শন ;
ইষ্টানিষ্টে সমভাব, পৰম ভকতি,
নিৰ্জ্জন ঠাইত বাস, সঙ্গ বিৰকতি ;
আধ্যাত্মিক পৰমাৰ্থ জ্ঞানৰ অৰ্জ্জন,
জ্ঞানৰ পৰম ফল মোক্ষদৰশন ;
এই জ্ঞান ; যাক সেবি পায় পৰিত্ৰাণ ;
ইয়াৰ অন্যথা হলে বোলয় অজ্ঞান। ৮-১২
যি জ্ঞেয় জানিলে মুক্তি হয় সুনিশ্চয়,
সেই ব্ৰহ্মতত্ত্ব কওঁ শুনা ধনঞ্জয় !





সৎ বা অসৎ ব্ৰহ্ম কদাপি নহয়,
অনাদি পৰম কিন্তু জানিবা নিশ্চয়। ১৩।
যাৰ পাণি, পদ, শিৰ, কৰ্ণ, নেত্ৰানন,
ব্যাপি আছে সৰ্ব্বদায় সকলো ভুবন। ১৪।
সৰ্ব্বেন্দ্ৰিয় গুণাভাস, ইন্দ্ৰিয় বৰ্জ্জিত,
নিৰগুণ, গুণভোক্তা, আসক্তি ৰহিত। ১৫।
সুসূক্ষ্ম অচৰ চৰ সুদূৰে অদূৰে,
সকলো ভূতৰ ব্ৰহ্ম ভিতৰে বাহিৰে। ১৬।
বিভক্তৰ ন্যায় থাকে ভূতে অনুক্ষণ,
কিন্তু অবিভক্ত সদা ব্ৰহ্ম সনাতন ;
জানিবা সৰ্ব্বদা তেৰেঁ জীৱৰ পালক,
অৰ্ব্বভূত সৃষ্টিকৰ্ত্তা সৰ্ব্বসংহাৰক। ১৭।
জ্যোতিস্কৰ জ্যোতি তেওঁ মায়াৰ অতীত,
জ্ঞান জ্ঞেয় ৰূপে থাকে সকলো হৃদিত। ১৮।
ক্ষেত্ৰ জ্ঞান জ্ঞেয় পাৰ্থ, কলোঁ সংক্ষেপতে,
জানিলে মদ্ভক্তে পৰাগতি লভে মোতে। ১৯।
প্ৰকৃতি পুৰুষ দুয়ো অনাদি জানিবা,
গুণাদি প্ৰকৃতি জাত নিশ্চয় মানিবা। ২০।
পুৰুষে যিহেতু ভুঞ্জি প্ৰকৃতিজ গুণ,
সদসৎ জন্ম লভে ; জানিবা অৰ্জ্জুন !

কাৰ্য্য কাৰণৰ হেতু প্ৰকৃতি নিশ্চয়,
সুখ দুখ কিন্তু নিজে পুৰুষে আনয় । ২১-২২ ।
সাক্ষী অনুমন্তা ভৰ্ত্তা ভোক্তা মহেশ্বৰ,
পৰমাত্মা নামে দেহে পুৰুষ প্ৰবৰ । ২৩ ।
প্ৰকৃতি পুৰুষ তত্ত্ব জানয় যি জন,
সৰ্ব্বথা সিজনে পাৰ্থ, লভে মোক্ষধন । ২৪ ।
ধ্যানযোগে কোনো কোনো যোগী বিচক্ষণ,
দেহমাজে আত্মতত্ত্ব কৰে দৰশন :
জ্ঞানবলে কেৱে কৰে আত্মাৰ চিন্তন,
কৰ্ম্মযোগে অন্যে লভে আত্মদৰশন । ২৫ ।
অন্য জনে গুৰুমুখে লভি তত্ত্বজ্ঞান,
উপসনা কৰি পাৰ্থ, পায় পৰিত্ৰাণ । ২৬ ।
স্থাবৰ জঙ্গম যি যি আছে চৰাচৰে,
ক্ষেত্ৰজ্ঞ ক্ষেত্ৰৰ যোগে জন্ম লাভ কৰে । ২৭ ।
সমভাবে সৰ্ব্বভূতে অব্যয় ঈশ্বৰ,
যোনে দেখে তেৱেঁ পাৰ্থ, তত্ত্বজ্ঞ প্ৰবৰ । ২৮ ।
সৰ্ব্বত্ৰ সমান জানি জগতৰ পতি,
দিব্য গতি লভে, তাৰ নহে অধোগতি । ২৯ ।
প্ৰকৃতিৰ বশে হয় কাৰ্য্য সমুদয়,
আত্মাক অকৰ্ত্তা বুলি জানে জ্ঞানীচয় । ৩০ ।





সৰ্ব্বভূতে এক আত্মা যেতিয়া দেখয়,
সেইকালে জীৱে ব্ৰহ্মভাব প্ৰাপ্ত হয় । ৩১ ।
অনাদি অব্যয় আত্মা থাকে দেহমাজে,
গুণাতীত হেতু লিপ্ত নহে কোনো কাজে । ৩২ ।
সৰ্ব্বগত অতিসূক্ষ্ম আকাশ যাদৃশ,
সৰ্ব্বব্যাপী আত্মা দেহে নিৰ্লিপ্ত তাদৃশ । ৩৩ ।
এবেটা সূৰ্য্যাই যথা ভূলোক প্ৰকাশে,
ক্ষেত্ৰজ্ঞও তথা পাৰ্থ, ক্ষেত্ৰক বিকাশে । ৩৪
জ্ঞানচক্ষুবলে বিচক্ষণ যোগীবৰ,
প্ৰভেদ দেখয় ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞৰ ;
প্ৰকৃতিৰ পৰা মুক্তি লাভৰ উপায়,
জানি যোগী সুখে পাৰ্থ, ব্ৰহ্মপদ পায় । ৩৫ ।

ইতি ক্ষেত্ৰক্ষেত্ৰজ্ঞবিভাগযোগ ।

---

# চতুৰ্দ্দশ অধ্যায় ।

যি জ্ঞান প্ৰভাবে সিদ্ধ হল মুনিচয়,
শ্ৰেষ্ঠতম তত্ত্বজ্ঞান শুনা ধনঞ্জয় ! ১ ।
ই জ্ঞান আশ্ৰয় কৰি তত্ত্বজ্ঞানীগণ,
পৰম স্বৰূপ্য ধন কৰয় অৰ্জ্জন ;
সৃষ্টিকালে পুনৰ্জ্জন্ম নকৰে গ্ৰহণ ;
প্ৰলয়তো সি সবৰ নহয় মৰণ । ২ ।
অব্যক্ত প্ৰকৃতি মোৰ যোনি, ধনঞ্জয়,
তাত বীজ দিলে মই জন্মে সমুদয় । ৩ ।
মহৎ প্ৰকৃতি পাৰ্থ, সৰ্ব্বভূতমাতা,
সকলো প্ৰাণীৰে মই বীজপ্ৰদ পিতা । ৪ ।
সত্ব, ৰজঃ, তমোগুণ প্ৰকৃতি সম্ভূত,
গুণত আবদ্ধ জীৱ মোহে অভিভূত । ৫ ।
সুনিৰ্ম্মল সত্ত্বগুণ সদা শান্তিময়,
জ্ঞানসুখে জীৱ কিন্তু তাতো বদ্ধ ৰয় । ৬ ।
ৰজোগুণ ৰাগাত্মক জানিবা নিশ্চয়,
কৰ্ম্মাসক্তিডোলে জীৱ তাত বদ্ধ হয় । ৭ ।
তমোগুণে অন্ধকাৰ বঢ়ায় কেৱল,
প্ৰমাদ, আলস্য, নিদ্ৰা, মোহ তাৰ ফল । ৮ ।





সত্ত্বগুণে সুখ আনে, ৰজে কৰ্ম্মভয়,
তমোগুণে আনে দুখ অজ্ঞানতাময় । ৯ ।
ৰজঃ তমোগুণদ্বয় কৰি পৰাজয়,
সত্ত্বগুণ জীৱদেহে প্ৰকাশিত হয়:
সত্ত্ব তমোগুণদ্বয় কৰি পৰাভূত,
জীৱদেহে ৰজোগুণ হয় প্ৰাদুৰ্ভূত;
সত্ত্ব ৰজোগুণদ্বয় কৰি পৰাজিত,
তমোগুণ জীৱদেহে হয় প্ৰকাশিত । ১০ ।
জ্ঞানময় শান্তি যদি দেহে প্ৰকাশয়,
সত্ত্বগুণ-প্ৰবলত জানিবা নিশ্চয় । ১১ ।
অশান্তি, বিষয়তৃষ্ণা, লোভ উত্তেজনা,
ৰজোগুণান্বিত পাৰ্থ, জানিবা বাসনা । ১২ ।
আলস্য, প্ৰমাদ, মোহ, অন্ধকাৰ মন,
তমঃ প্ৰবলতা হেতু জানিবা লক্ষণ । ১৩ ।
সত্ত্বগুণ প্ৰবলত ত্যজিলে জীৱন;
দেবলোকে নৰে পাৰ্থ, কৰয় গমন । ১৪ ।
ৰজঃ গুণে প্ৰাণ ত্যজি নৰজন্ম লয়,
তমোগুণে কিন্তু মূঢ়যোনি প্ৰাপ্ত হয় । ১৫ ।
সাত্ত্বিক ভাবত সৰ্ব্ব কৰ্ম্ম আচৰণে,
বিতৰি নিৰ্ম্মল ভাব সুখ শান্তি আনে ;

ৰাজসিক কৰ্ম্মফল সদা দুখময়,
তামসিক কৰ্ম্মে হয় অজ্ঞতা উদয়। ১৬।
সত্ত্বগুণে জ্ঞান জন্মে ৰজে লোভ আনে,
প্ৰমাদ অজ্ঞান জন্মে তমঃ আচৰণে ১৭।
সত্ত্বগুণস্থিত জনে পায় উৰ্দ্ধলোক,
ৰাজসিকে মধ্য তামসিকে অধঃলোক। ১৮।
গুণভিন্ন অন্য কৰ্ত্তা জ্ঞানীয়ে নামানে,
নিজেকেই গুণাতীত ভাবে অনুক্ষণে;
শ্ৰদ্ধাবান তত্ত্বদৰ্শী সেই জ্ঞানীবৰে,
স্বাৰূপ্য, স্বাযুজ্য, অনায়াসে লাভ কৰে। ১৯।
অতিক্ৰমি গুণত্ৰয়—তমঃ ৰজঃ সত্ত্ব,
জন্ম, মৃত্যু জৰা তবে; লভে অমৰত্ব। ২০।
( এই তিনি গুণ জীৱে কৰি অতিক্ৰম,
জন্ম, মৃত্যু, জৰা তবে, পিয়ে অমৃতম্। )

অৰ্জ্জুনে কলে,

সবিশেষে কোৱা মোক কৃষ্ণ কৃপাময়,
কিবা আচৰণে জীৱ গুণাতীত হয়?
গুণাতীত জনে প্ৰভু! কিবা কাৰ্য্য কৰে?
কি তাৰ লক্ষণ আৰু কিৰূপে আচৰে? ২১।





শ্ৰীকৃষ্ণে উত্তৰিলে,

গুণাতীত সেইজন জানিবা সন্ধান,
প্ৰকাশ প্ৰবৃত্তি মোহে যাৰ সমজ্ঞান;
ই তিনি উদিত হলে নাই কোনো দ্বেষ,
নিবৃত্ত হলেও নাই কোনো মনোক্লেশ। ২২।
সদা ভাবি গুণকাৰ্য্য গুণৰ অধীন,
গুণে বিচলিত নহে—থাকে উদাসীন। ২৩।
সুখ দুখ সম দেখে লোষ্ট্ৰ বা কাঞ্চন,
তুল্য ভাবে প্ৰিয়াপ্ৰিয় স্তুতি বা নিন্দন। ২৪।
সৰ্ব্বাৰম্ভপৰিত্যাগী গুণাতীত জন,
সম ভাবে শত্ৰু মিত্ৰ মান অপমান। ২৫
'পৰা' ভক্তিবলে মোক যি কৰে ভজন,
ব্ৰহ্ম প্ৰাপ্তি যোগ্য হয় সেই যোগীজন। ২৬।
ব্ৰহ্মাৰ প্ৰতিষ্ঠা মই সুখৰ আলয়,
মোক্ষপদো মোতে, মই ধৰ্ম্মৰ আশ্ৰয়। ২৭।

ইতি গুণত্ৰয়বিভাগযোগ।

# পঞ্চদশ অধ্যায়।

শ্ৰীকৃষ্ণে কলে,

উৰ্দ্ধমূল অধঃশাখা অশ্বত্থ অব্যয়,
ছন্দ সব পত্ৰ যাৰ—বেদজ্ঞে জানয়। ১।
বিষয়পল্লবযুক্ত তাৰ শাখাচয়,
উৰ্দ্ধে অধে বিস্তাৰিত ত্ৰিগুণে বঢ়ায়;
নিম্নদেশে মূল তাৰ ধাবমান হয়,
কৰ্ম্মবন্ধৰূপে পাছে জীৱক বান্ধয়। ২।
এই অশ্বত্থৰ পাৰ্থ, আদি অন্ত নাই,
অনাসক্তি অস্ত্ৰে তাক কাটা ছেগ চাই। ৩।
সনাতন মূল পাছে কৰা অন্বেষণ,
যি স্থানৰ পৰা নাই পুনৰাগমন:
বিস্তাৰিত যাৰ পৰা সংসাৰৰ গতি,
লৰ্ভো মই সেই আদি জগতৰ পতি। ৪।
মান মোহ এৰে, আৰু সঙ্গ বিবৰ্জ্জিত,
জাৰ জহ সুখ দুখ আদি দ্বন্দ্বাতীত:
কামনা ৰহিত হেন আত্মস্থিত জন,
অনায়াসে লভে পাৰ্থ, মহামোক্ষধন। ৫।
যি পদ লভিলে যোগী মুনি ঋষিবৰে
পুনৰায় নাহে ফিৰি সংসাৰ ভিতৰে;





সেয়ে মোৰ স্বপ্ৰকাশ পৰম আলয়,
চন্দ্ৰাগ্নি সূৰ্য্যাৰো য'ত প্ৰকাশ নহয়। ৬।
মোৰে সনাতন অংশ জীৱ সমুদয়,
ইন্দ্ৰিয়াদি সহ কৰে প্ৰকৃতি আশ্ৰয়। ৭।
বায়ু যথা পুষ্পৰেণু আহৰণ কৰে,
পাছে কুসুমৰ গন্ধ নিয়ে স্থানান্তৰে:
মৃত্যুকালে তথা জীৱে শুনা ধনঞ্জয়,
দেহান্তৰে বই নিয়ে ইন্দ্ৰিয় নিচয়। ৮।
বিষয়ক ভুঞ্জে জীৱে, কৰি অধিষ্ঠান
স্পৰ্শ, চক্ষু; জিহ্বা, মন আৰু নাক কাণ। ৯।
জীৱলীলা অত্যদ্ভুত দেহ দেহান্তৰে,
বিমূঢ়ে নাজানে পাৰ্থ, জানে জ্ঞানীবৰে। ১০।
যোগবলে লভে যোগী আত্মদৰশন,
চেষ্টা স্বত্বে আত্মাক নেদেখে মূঢ়জন। ১১।
চন্দ্ৰ, সূৰ্য্য, অগ্নিস্থিত তেজ সমুদয়,
সমস্তই মোৰে তেজ জানিবা নিশ্চয়। ১২।
ভূমিক প্ৰবেশি মই নিজ প্ৰাণবলে,
ধাৰণ কৰিছোঁ যত প্ৰাণীক সমূলে,
ৰসাত্মক সোমৰূপে সঞ্চাৰি জীৱন,
তৃণ, লতা, বৃক্ষ আদি কৰিছোঁ পোষণ। ১৩।

বৈশ্বানৰৰূপে মই জীৱৰ জঠৰে,
অন্ন পাক কৰোঁ প্ৰাণাপান সহকাৰে । ১৪ ।
সৰ্ব্বপ্ৰাণিহৃদয়ত কৰোঁ অধিষ্ঠান,
মোতে জন্ম, মোতে লয় সৰ্ব্বস্মৃতিজ্ঞান ;
বেদৰো মইয়ে বেদ্য জানিবা অৰ্জ্জুন,
বেদবিদ্, বেদস্বামী, মই সৰ্ব্বগুণ । ১৫ ।
ক্ষৰাক্ষৰ নামে দুই ভাব পুৰুষৰ,
সৰ্ব্বভূত ক্ষৰ, আত্মা কূটস্থ অক্ষৰ । ১৬ ।
তদুপৰি আছে এক পুৰুষ প্ৰধান,
অব্যয় ঈশ্বৰ পৰমাত্মা অভিধান ।
সূক্ষ্মৰূপে ব্যাপি আছে তিনিও ভুবন,
আত্মবলে প্ৰাণীচয় কৰিছে ধাৰণ । ১৭ ।
ক্ষৰাক্ষৰ হন্তে মই অতি নিৰুপম,
লোকে বেদে খ্যাত তাতে পুৰুষ উত্তম । ১৮ ।
পুৰুষ উত্তম মোক জ্ঞানে যিটো নৰে,
সৰ্ব্বভাৱে মোক সিয়ে উপাসনা কৰে । ১৯ ।
এই গুহ্যতম শাস্ত্ৰ কলোঁ ধনঞ্জয়,
ই জ্ঞানেৰে কৃতকৃত্য হব লোকচয় । ২০ ।

ইতি পুৰুষোত্তমযোগ ।



# ষোড়শ অধ্যায় ।

ইন্দ্ৰিয়সংযম, যজ্ঞ, বিনয়, স্থিৰতা,
ভয়াভাব, অধ্যয়ন, চিত্তপ্ৰসন্নতা ;
লজ্জা, তেজ, ক্ষমা, ধৈৰ্য্য, অক্ৰোধ, অহিংসা,
তপ, দান, সৰলতা, আত্মজ্ঞানে নিষ্ঠা ,
সত্য, শান্তি, ত্যাগ, দয়া, লোভশূন্য ভাৱ,
নিৰহঙ্কাৰিতা, শৌচ, ক্ৰূৰতা-অভাৱ ;
দৈবী প্ৰকৃতিৰ অংশে জন্ম হয় যাৰ,
ই সব গুণত পাৰ্থ, তাৰ অধিকাৰ । ১—৩ ।
নিষ্ঠুৰতা, ক্ৰোধ, দম্ভ, দৰ্প, অভিমান,
আসুৰী প্ৰকৃতিজাত জানিবা অজ্ঞান । ৪ ।
দৈবী সম্পদত পাৰ্থ, মোক্ষলাভ হয়,
আসুৰিক ভাবে সদা বান্ধে জীৱচয় ।
দৈবী প্ৰকৃতিত তব জন্ম ধনঞ্জয়,
সিকাৰণে হোৱা সখি, নিশ্চিন্ত হৃদয় । ৫ ।
দৈব আসুৰিক দুইবিধ প্ৰাণীচয়,
দৈব কলোঁ, শুনা এবে অসুৰ নিৰ্ণয় । ৬ ।
প্ৰবৃত্তি নিবৃত্তি বোধ নাই অসুৰৰ,
নাই সত্য নাই শৌচ নাজানে আচাৰ । ৭ ।

বেদবিধি বোধ নাই নামানে ঈশ্বৰ,
বোলে; "কামহেতু জন্মে বিশ্ব চৰাচৰ" । ৮ ।
হেন অল্পমতি আসুৰিক দুৰাশয়,
জগতৰ শত্ৰু আৰু উগ্ৰ কৰ্ম্মী হয় । ৯ ।
কামনাৰ বশে হই দম্ভমদান্বিত,
অজ্ঞানৰ কাৰ্য্য কৰে অতি বিগৰ্হিত । ১০ ।
আজীৱন চিন্তাৰ্ণবে থাকি নিমগন,
ভাবে, "কাম উপভোগ পৰম ৰতন" । ১১ ।
শত আশাপাশে বন্দী কাম ক্ৰোধে অন্ধ,
অন্যায় উপায়ে কৰে ভোগৰ প্ৰবন্ধ । ১২ ।
"আজি মনোৰথ পূৰ্ণ লভি এই ধন,
কালি পুনঃ বেচি ধন কৰিম অৰ্জ্জন । ১৩ ।
আজি মন হৰ্ষান্বিত এই শত্ৰু নাশি,
সমূলে নাশিম কালি বাকী শত্ৰুৰাশি ।
মইয়ে ঈশ্বৰ মই বলবান ভোগী,
মই মহাসুখী আৰু মই সিদ্ধযোগী । ১৪ ।
মোৰ সম ধনী মানী কোন আছে আৰ ?
তৃন সম জ্ঞান কৰোঁ সমস্ত সংসাৰ" । ১৫ ।
ভ্ৰান্তচিত্ত, সমাবৃত মোহৰ জালত,
কামনাত অত্যাসক্ত, পৰে নৰকত । ১৬ ।





"মই বৰ" ভাবি, ধন, মান মদভৰে,
অবিধি পূৰ্ব্বক জজ্ঞ সগৰ্ব্বে আচৰে । ১৭ ।
অহঙ্কাৰ, বল, দৰ্প, কাম, ক্ৰোধভৰে,
আত্ম পৰদেহে মোক হিংসা ঘৃণা কৰে । ১৮ ।
হেন ক্ৰূৰ পামৰক সংসাৰ সাগৰে,
অসুৰী যোনিত জন্ম দিওঁ বাৰে বাৰে । ১৯ ।
আসুৰী যোনিত জন্ম লভি সি দুৰ্ম্মতি,
ঈশ্বৰ নলভি সখি, যায় অধোগতি । ২০ ।
কাম, ক্ৰোধ, লোভ, তিনি দ্বাৰ নৰকৰ,
আত্মজ্ঞাননাশহেতু ; ত্যাজ্য সকলৰ । ২১ ।
কামক্ৰোধলোভমুক্ত জানী নৰচয়,
আত্মোন্নতি কৰি পৰা গতি প্ৰাপ্ত হয় । ২২ ।
শাস্ত্ৰবিধি এৰি ইচ্ছামতে কাৰ্য্য কৰি,
শান্তি, সিদ্ধি, মোক্ষপদ লভিব নোৱাৰি । ২৩ ।
অতএব শাস্ত্ৰবিধি প্ৰমাণানুসাৰে,
কৰা সখি, ক্ৰিয়া তুমি বিহিত প্ৰকাৰে । ২৪ ।

ইতি দৈবাসুৰসম্পদবিভাগযোগ ।

---

# সপ্তদশ অধ্যায় ।

অৰ্জ্জুনে কলে,

শাস্ত্ৰবিধি ত্যজি যিয়ে শ্ৰদ্ধাৰে পূজয়,
তাৰ কিবা গতি ? কোৱা কৃষ্ণ কৃপাময় :
সাত্ত্বিকী, ৰাজসী আৰু তামসী গতিৰ,
কোন বিধ লভে সখি, কোৱা কৰি স্থিৰ । ১ ।

শ্ৰীকৃষ্ণে কলে,

স্বাভাবিকে নৰমধ্যে আছে শ্ৰদ্ধাত্ৰয়,
সাত্ত্বিকী, ৰাজসী আৰু তমোগুণময় । ২ ।
সংস্কাৰৰ অনুৰূপ মানৱ হৃদয়,
বিবিধ শ্ৰদ্ধাৰে পূৰ্ণ সদা প্ৰাণীচয় ;
জানিবা নিশ্চয় পাৰ্থ, জীৱ শ্ৰদ্ধাময়,
শ্ৰদ্ধা অনুৰূপ যত মানব নিচয় । ৩ ।
ভক্তিভৰে দেবগণ পূজয় সাত্ত্বিকে,
তামসিকে প্ৰেত, যক্ষৰক্ষ ৰাজসিকে । ৪ ।
শাস্ত্ৰবিধি নামানে যি হীন মূঢ়জন,
শৰীৰস্থ ভূতগ্ৰাম কৰে বিশোষণ ;





দম্ভ, অহঙ্কাৰ আৰু কামৰাগভৰে,
শাস্ত্ৰবিগৰ্হিত ঘোৰ তপস্যাক কৰে,
হৃদিস্থিত মোকো দুখ দিয়ে অবিৰত,
অসুৰ সিজন পাৰ্থ, জানিবা নিশ্চত । ৫-৬ ।
যজ্ঞ, তপ আৰু দান, তদ্ৰূপে আহাৰ,
ত্ৰিগুণ ভেদত শুনা ত্ৰিবিধ প্ৰকাৰ । ৭ ।
আয়ু, সত্ত্ব, বল, শান্তি, সুখৰ বৰ্দ্ধন,
ৰস্য, স্নিগ্ধ, হৃদ্য, স্থিৰ, সাত্ত্বিক ভোজন । ৮ ।
লবণাম্ল, কটু, উষ্ণ, ৰুক্ষ অতিশয়,
ৰাজসিক খাদ্য ইটো শোক দুখময় । ৯ ।
দুৰ্গন্ধ, নীৰস, বাহী, উচ্ছিষ্ট, অমেধ্য,
শুনা সখি, প্ৰিয় ইটো তামসৰ খাদ্য । ১০ ।
ফলাকাঙ্ক্ষাশূন্য হই যজ্ঞ আচৰণ,
কৰ্ত্তব্য ভাবত কৰে সাত্ত্বিক সুজন । ১১ ।
দম্ভভৰে ফললোভে যজ্ঞ সম্পাদন,
ৰাজসিক নামে খ্যাত জানিবা লক্ষণ । ১২ ।
বিধিহীন মন্ত্ৰহীন শ্ৰদ্ধা বিবৰ্হিত
তামসিক নামে যজ্ঞ হয় অভিহিত । ১৩ ।
দেবদ্বিজপূজা আৰু গুৰুভক্তিসাৰ,
জ্ঞানীৰ পূজন সৰলতা শৌচাচাৰ ;

ব্রহ্মচর্য্য অহিংসাদি গুণ সমুদয়,
শাৰীৰিক তপ বুলি জানিবা নিশ্চয় । ১৪ ।
অধ্যয়ন, প্রিয় সত্য হিত বাক্যচয়,
বাক্যময় তপনামে অভিহিত হয় । ১৫
চিত্তশুদ্ধি, প্রফুল্লতা, ইন্দ্রিয় দমন ;
সৌম্য, মৌন—মানসিক তপৰ লক্ষণ । ১৬ ।
ফলাকাঙ্ক্ষাশূন্য শ্রদ্ধাযুক্ত তিনি তপ,
সাত্ত্বিক নামত খ্যাত শুন, পৰন্তপ । ১৭ ।
মান যশ আশে দম্ভ সহ তপচয়,
ৰাজসিক নামে সদা অভিহিত হয় । ১৮ ।
যি তপত নিপীড়িত হয় আত্মপৰ,
অশাস্ত্রীয় শুনা সেয়ে তপ তামসৰ । ১৯ ।
দেশ, কাল, পাত্র বুজি অপ্রত্যাশ দান,
সাত্ত্বিক নামেৰে খ্যাত জানা নিৰূপণ । ২০ ।
প্রতি উপকাৰ কিম্বা ফলাকাঙ্ক্ষাহেতু,
কিম্বা কষ্টমনে দান ৰাজসিক সিটো ২১ ।
দেশ, কাল কিম্বা পাত্র নুগুনি একোকে,
শ্রদ্ধাশূন্য দান—তামসিক বোলে তাকে । ২২
ওঁ, তৎ, সৎ, এই নির্দ্দেশ মন্ত্রত্রয়,
ব্রহ্মনাম বুলি সদা জ্ঞানীজনে কয় ;





তপ, যজ্ঞ, দান আদি ক্রিয়া আচৰণে,
ওম উচ্চাৰণ কৰে ব্রহ্মবাদীগণে । ২২-২৪ ।
ফললাভআশাত্যাগী মোক্ষঅর্থীজনে,
"তৎ" উচ্চাৰয় দান যজ্ঞ আচৰণে । ২৫ ।
"সৎ" শব্দে "আছে" ভাব প্রকাশ কৰয়,
"সৎ" মানে সৎকর্ম্ম—ভালকো বুজায় ! ২৬ ।
দান যজ্ঞ তপে স্থিতি 'সৎ' আখ্যা পায়,
ঈশ অর্থে কার্য্য "সৎ" অভিহিত হয় । ২৭ ।
শ্রদ্ধা বিৰহিত যজ্ঞ তপ কিম্বা দান,
'অসৎ' সদায় তাৰ হয় অভিধান ;
ইহ পৰকালে তাত মঙ্গল নহয়,
সুনিশ্চিত কথা ইটো শুনা ধনঞ্জয় ! ২৮ ।

ইতি শ্রদ্ধাত্রয়বিভাগযোগ

---

# অষ্টাদশ অধ্যায় ।

অৰ্জ্জুনে কহিলা, "কৃষ্ণ, কেশিনিসূদন,
ত্যাগ সন্ন্যাসক কৰা বিস্তাৰি বৰ্ণন ।" ১ ।

শ্ৰীকৃষ্ণে কলে,

কাম্য কৰ্ম্ম ত্যাগেই সন্ন্যাস ধনঞ্জয়,
সৰ্ব্বকৰ্ম্ম ফলত্যাগে ত্যাগ নাম পায় । ২ ।
"দোষহেতু কৰ্ম্ম ত্যাজ্য" বোলে কোনো জন,
"দান আদি ত্যাজ্য নহে" বোলে অন্য জন । ৩ ।
সিদ্ধান্ত বচন মোৰ শুনা ধনঞ্জয়,
ত্যাগ তিনি বিধ বুলি প্ৰকীৰ্ত্তিত হয় । ৪ ।
যজ্ঞ, দান, তপ ত্যাজ্য কদাপি নহয়,
চিত্তশুদ্ধিকৰ পাৰ্থ, এই সমুদয় ! ৫ ।
এই সমুদয় কৰ্ম্ম সদা আচৰিবা,
কিন্তু ফলাকাঙ্ক্ষা তাত কভূ নকৰিবা । ৬ ।
কৰ্ত্তব্য কৰ্ম্মৰ ত্যাগ উচিত নহয়,
মোহবশে কৰ্ম্মত্যাগ তামস বোলয় । ৭ ।
কায়ক্লেশ ভয়ে সখি, কৰ্ম্ম ত্যাগচয়,
ৰাজসিক ত্যাগ নামে অভিহিত হয় । ৮।





ফল ত্যজি অনাসক্ত কৰ্ত্তব্য সাধন,
তাকেই সাত্ত্বিক ত্যাগ বোলে জ্ঞানীজন । ৯
মঙ্গলে বা অমঙ্গলে নাই হৰ্ষ ভয়,
মেধাবী, পবিত্ৰ ত্যাগী সদা নিঃসংশয় । ১০ ।
সৰ্ব্বকৰ্ম্মত্যাগ কভূ দেহীৰ নহয়,
কৰ্ম্মফলত্যাগীজনে ত্যাগী নাম পায় । ১১ ।
ইষ্টানিষ্ট মিশ্ৰ ফল ত্ৰিবিধ, কৰ্ম্মৰ,
অত্যাগীৰ লভ্য ; নহে সন্যাসী জনৰ । ১২ ।
সৰ্ব্বকৰ্ম্ম সিদ্ধিৰ যে পঞ্চধা কাৰণ,
সাংখ্য শাস্ত্ৰে আছে তাৰ তত্ত্বনিৰূপণ । ১৩ ।
দেহ, জীৱ, নানাৰূপ ইন্দ্ৰিয়নিচয়,
নানাবিধ চেষ্টা, অধিষ্ঠাতৃ দেবচয় । ১৪ ।
কায়মনবাক্যকৃত কাৰ্য্য সকলৰ,
এই পঞ্চহেতু হয় জানা বীৰবৰ । ১৫ ।
তথাপি আত্মাক কৰ্ত্তা ভাবে মূঢ়জন,
অজ্ঞতা তিমিৰে তাৰ লুপ্ত বুদ্ধি মন । ১৬ ।
অহংভাব নাই যাৰ আসক্ত নহয়,
হত্যাদি কাৰ্য্যতো পাৰ্থ, নিৰ্লিপ্ত সি ৰয় । ১৭ ।
কৰ্ম্মৰ চোদনা তিনি, জ্ঞান, জ্ঞেয়, জ্ঞাতা ;
কৰ্ম্ম সংগ্ৰহৰ—কৰ্ম্ম, কাৰণ, কৰ্ত্তা । ১৮ ।

জ্ঞান কৰ্ত্তা কৰ্ম্ম ত্ৰিধা ত্ৰিগুণ ভেদেৰে,
মীমাংসিত আছে গুণ শাস্ত্ৰ অনুসাৰে। ১৯।
ভিন্নত অভিন্ন ভাৱ যি জ্ঞানে আনয়,
যি জ্ঞানত সৰ্ব্বভূতে আত্মজ্ঞান হয়;
নিৰ্ম্মল, বিকাৰশূন্য, সুখশান্তিৰ্ময়,
সি জ্ঞান সাত্ত্বিক নামে অভিহিত হয়। ২০
ভূতে ভূতে ভিন্ন ভাৱ হয় যি জ্ঞানত,
ৰাজসিক নাম তাৰ জানিবা ভাৰত! ২১।
একাংশকে পূৰ্ণ বোধ হয় যি জ্ঞানত,
তুচ্ছ, অযথাৰ্থ, অযৌক্তিক ভাব য'ত;
সিজ্ঞানত কোনো লাভ নাই ধনঞ্জয়,
তামসিক সেই জ্ঞান জানিবা নিশ্চয়। ২২।
ফলাকাঙ্ক্ষাশূন্য, ৰাগদ্বেষবিৰহিত,
সাত্ত্বিক নামত কৰ্ম্ম হয় পৰিচিত। ২৩।
দম্ভ সহ ফলহেতু বহু কষ্টে কৃত;
ৰাজসিক নামে কৰ্ম্ম হয় অভিহিত। ২৪।
মোহত আৰব্ধ কাৰ্য্য ক্ষমতা অতীত,
সবাৰো অনিষ্টকৰ তামস নিশ্চিত। ২৫।
অনাসক্ত, নিৰ্ব্বিকাৰ, দম্ভশূন্য মন,
ধৃত্যুৎসাহযুক্ত কৰ্ত্তা সাত্ত্বিক সুজন! ২৬।





ফলাকাঙ্ক্ষী, হিংসামতি, লুব্ধ অতিশয়,
হৰ্ষ শোকান্বিত কৰ্ত্তা ৰাজসিক হয়। ২৭।
উদ্ধত, বিবেকশূন্য, বিষাদী, অলস,
দীৰ্ঘসূত্ৰী শঠ কৰ্ত্তা কীৰ্ত্তিত তামস। ২৮।
গুণভেদে বুদ্ধি ধৃতি তিনি বিধ হয়,
ভিন্ন ভিন্ন কৰি কওঁ শুনা ধনঞ্জয়! ২৯।
প্ৰবৃত্তি, নিবৃত্তি আৰু বন্ধন অভয়,
কৰ্ত্তব্য বা অকৰ্ত্তব্য, মোক্ষ আৰু ভয়,
যি বুদ্ধিত স্পষ্টৰূপে হয় সমুদিত,
সি বুদ্ধি সাত্ত্বিক নামে সদা অভিহিত। ৩০।
ধৰ্ম্মাধৰ্ম্ম কাৰ্য্যাকাৰ্য্যাদিৰ পৰিচয়,
নুবুজা বুদ্ধিক পাৰ্থ, ৰাজসিক কয়। ৩১।
অধৰ্ম্মত ধৰ্ম্মভাৱ সৰ্ব্ব বিপৰীত,
যি বুদ্ধিত হয় সেই তামস নিশ্চিত! ৩২।
যি ধৃতিৰ বলে হয় সংযম সাধন,
যি ধৃতিয়ে স্থিৰ ৰাখে সদা প্ৰাণ মন;
যি ধৃতিত চিত্তবৃত্তি ৰোধ প্ৰাপ্ত হয়,
সি ধৃতি সাত্ত্বিক পাৰ্থ, জ্ঞানীগণে কয়। ৩৩।
যি ধৃতিত ধৰ্ম্ম, অৰ্থ, কাম স্থৰ ৰয়,
ফলাকাঙ্ক্ষী সেই ধৃতি ৰাজসিক হয়। ৩৪।

ভয়, শোক, ক্ৰোধ আদি গুণগ্ৰস্ত ধৃতি,
তামসিক বুলি পাৰ্থ, জানিবা সম্প্ৰতি । ৩৫ ।
ত্ৰিবিধ সুখৰ কথা কৰিম বৰ্ণন,
মনোযোগ সহ পাৰ্থ, কৰিবা শ্ৰৱণ । ৩৬ ।
আৰম্ভে দাৰুণ দুখ পিচে সুধাময়,
জ্ঞানজ সাত্বিক সুখ, জ্ঞানীগণে কয় ; ৩৭ ।
প্ৰথমতে মউসানা বিষয়ৰ সুখ,
ৰাজসিক নামে খ্যাত, শেষে আনে দুখ । ৩৮ ।
মনৰ জড়তা য'ত জনমে নিশ্চয়,
নিদ্ৰালস্য প্ৰমাদত সুখৰ উদয় ;
আগে পাছে যিটো সুখ মহামোহময়,
তামস সি সুখ জানা কুন্তীৰ তনয় ! ৩৯ ।
স্বৰ্গ মৰ্ত্ত্যলোক আদি বিশ্ব চৰাচৰে,
জীৱে গুণ অতিক্ৰম কৰিব নোৱাৰে । ৪০ ।
ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ জাতিচয়,
স্বাভাবিক গুণভেদে জাতিভেদ হয় । ৪১ ।
আস্তিক্য, বিজ্ঞান, শৌচ, ইন্দ্ৰিয় দমন,
ক্ষমা, সৰলতা, তপ, ন্যায় আচৰণ ;
জ্ঞান আৰু শম যাৰ স্বভাবজ গুণ,
তেঁৱেই ব্ৰাহ্মণ সত্য জানিবা অৰ্জ্জুন ! ৪২ ।





শূৰ, বীৰ, দৃঢ়, দক্ষ, সমৰ নিপুণ,
দাতা, প্ৰভুভাবাপন্ন ক্ষত্ৰিয়, অৰ্জ্জুন ! ৪৩ ।
বৈশ্যৰ বানিজ্য কৰ্ম্ম কৃষি গো ৰক্ষণ,
শূদ্ৰকৰ্ম্ম পৰিচৰ্য্যা শুনা বিবৰণ । ৪৪ ।
নিজ নিজ গুণোচিত ধৰ্ম্ম আচৰণে,
কিৰূপে সম্ভৱে সিদ্ধি শুনা একমনে । ৪৫ ।
সমস্ত ভুবন ব্যাপী ব্ৰহ্ম সনাতন,
যাৰ দ্বাৰা সৃষ্ট স্থিত হয় প্ৰাণীগণ ;
স্বধৰ্ম্ম পালন কৰি ব্ৰহ্মাৰ পূজনে,
সিদ্ধি লাভ কৰে নৰে এ বিশ্বভুবনে । ৪৬ ।
সদোষ হলেও নিজ ধৰ্ম্ম পাল্য হয়,
পৰধৰ্ম্ম শ্ৰেয়ঃ পাৰ্থ, কদাচ নহয়
আচৰিলে স্বভাবজ কৰ্ম্ম সৰ্ব্বদায়,
পাপত নিমগ্ন নৰ কদাপি নহয় । ৪৭ ।
চোৱা সখি, অগ্নি সদা ধূমাবৃত ৰয়,
কৰ্ম্মমাজে তথা একো নিৰ্দ্দোষ নহয় ।
স্বভাবজ কৰ্ম্ম যদি দোষযুক্ত হয়,
তথাপিনো নহে ত্যাজ্য জানিবা নিশ্চয় । ৪৮ ।
অনাসক্ত চিত্ত সদা, ইন্দ্ৰিয় বিজয়ী,
অহঙ্কাৰশূন্য আৰু স্পৃহাহীন হই ;

কৰ্ম্মত সন্ন্যাসযোগ কৰি আচৰণ,
"নৈস্কৰ্ম্ম্য পৰম সিদ্ধি" লভে যোগীজন । ৪৯ ।
সিদ্ধি লভি যোগী যথা ব্ৰহ্মপ্ৰাপ্ত হয়,
সংক্ষেপতে জ্ঞাননিষ্ঠা শুনা ধনঞ্জয়! ৫০ ।
পৰম নিৰ্ম্মল চিত্ত, ইন্দ্ৰিয় সংযত,
শব্দস্পৰ্শ ৰূপাদিত সৰ্ব্বদা বিৰত ;
নিৰ্জ্জনত বাস কৰে অত্যল্প ভোজন,
সদায় সংযত ৰাখে কায়, বাক্য, মন ।
কাম, ক্ৰোধ, পৰিগ্ৰহ, দৰ্প, অহঙ্কাৰ,
মমতাদি ত্যজি সদা থাকে নিৰ্ব্বিকাৰ ;
বিবেক বৈৰাগ্যশালী, ধ্যানযোগীজন,
ব্ৰহ্মভাবে সদা সখি, কৰে বিচৰণ । ৫১—৫৩ ।
প্ৰসন্ন হৃদয় ব্ৰহ্মপ্ৰাপ্ত যোগীজন,
ইষ্টানিষ্টে কভু নহে বিচলিত মন ;
সৰ্ব্বভূতে সমদৰ্শী ব্ৰহ্মজ্ঞ সি জন,
অনায়াসে লভে পৰাভক্তি মহাধন । ৫৪ ।
সৰ্ব্বব্যাপী মই যি ভাৱত অৱস্থিত,
ভক্তিবলে মোৰ তত্ত্ব জানয় নিশ্চিত ;
স্বৰূপত মোক পাছে জানি ধনঞ্জয়,
পৰম আনন্দৰূপে মোতে হয় লয় । ৫৫ ।





নিষ্কাম ভাবত কৰ্ম্ম কৰি সৰ্ব্বক্ষণ,
মৎপৰায়ণ সদা ব্ৰহ্মজ্ঞানীগণ ;
মোৰ অনুগ্ৰহে সখি, লভি দিব্য জ্ঞান,
অব্যয় পৰম পদ লভয় নিৰ্ব্বাণ । ৫৬ ।
সৰ্ব্বকৰ্ম্ম ফল মোতে কৰি সমৰ্পণ,
চিন্তাযোগে হোৱা নিত্য মৎপৰায়ণ । ৫৭ ।
মোতে একচিত্ত হই মোকে কৰা ধ্যান,
মোৰ অনুগ্ৰহে সৰ্ব্ববিঘ্নে পাবা ত্ৰাণ ;
মদগৰ্ব্বে মোক যদি কৰা অৱহেলা,
সংসাৰ সাগৰে মগ্ন হব তব ভেলা । ৫৮ ।
অহঙ্কাৰ হেতু যুদ্ধে নিদিলেও মন,
'প্ৰকৃতিৰ বশে ভঙ্গ হব তব পণ । ৫৯ ।
নকৰিলে স্বভাবজ কাৰ্য্য মোহবশে,
সংস্কাৰে কৰাব, বাধ্য কৰি অবশেষে । ৬০ ।
সৰ্ব্বভূতে বিৰাজিত পৰম ঈশ্বৰ,
মায়াবলে নচুৰায় বিশ্ব চৰাচৰ । ৬১ ।
সৰ্ব্বভাৱে লোৱা সখি, তেওঁতে শৰণ,
তেওঁৰে কৃপাত পাবা শান্তি মহাধন । ৬২ ।
শুনালোঁ তোমাক অতি গুহ্য তত্ত্বচয়,
বিবেচনা কৰি কৰা যিবা ইচ্ছা হয় । ৬৩ ।

অতি প্ৰিয় ভক্ত মোৰ তুমি ধনঞ্জয়,
সৰ্ব্বগুহ্যতম তত্ব শুনা পুনৰায় । ৬৪ ।
মোতে মন দিয়া, মোকে কৰা নমস্কাৰ,
মোকে ভক্তি কৰা মোকে ভজা বাৰম্বাৰ ;
মোকে পূজা শ্ৰদ্ধাসহ মোকে কৰা সাৰ ;
মোকে পাবা, প্ৰিয় সখি, কৰোঁ অঙ্গীকাৰ ।৬৫ ।
সৰ্ব্ব ধৰ্ম্ম ত্যজি মোতে লোৱাহি শৰণ,
সকলো পাপৰ পৰা কৰিম তাৰণ । ৬৬ ।
সাধনা বিহীন যিবা ভক্তিতো বিমুখ ;
মোকে হিংসা কৰি ফুৰে স্বভাবে দুৰ্ম্মুখ ।
শুনিবৰ অৰ্থে যাৰ অনিচ্ছা দেখিবা ;
ই সবত গীতাতত্ব ব্যক্ত নকৰিবা । ৬৭ ।
ভক্তবৃন্দমাজে যিয়ে গীতাতত্ব গায়,
পৰাভক্তি বলে মোক লভিব নিশ্চয় । ৬৮ ।
ভক্তমাজে গীতাতত্ব যি জনে প্ৰচাৰে,
প্ৰিয়তম হয় মোৰ সি জন সংসাৰে । ৬৯ ।
তব মোৰ ই সংবাদ যি কৰে পঠন,
জ্ঞান যজ্ঞে মোক সিটো কৰয় পূজন ।৭০ ।
শ্ৰদ্ধাসহ শুনি নৰে গীতাতত্ব কথা,
শুভলোকে গতি লভে নহয় অন্যথা, । ৭১ ।





শুনিলা নে একচিত্তে তথ্য সমুদয় ?
হ'ল নে' অজ্ঞানমোহ নষ্ট ধনঞ্জয় ? ৭২ ।

অৰ্জ্জুনে ক'লে,

নষ্ট, কৃষ্ণ, মোহ মোৰ পালোঁ দিব্য জ্ঞান,
সমূলে সংশয় মোৰ হ'ল তিৰোধান ;
তব অনুগ্ৰহে মোৰ স্থিৰ ধীৰ মন,
অবশ্যে পালিম এবে তোমাৰ বচন । ৭৩ ।

সঞ্জয়ে ক'লে,

বাসুদেৱ অৰ্জ্জুনৰ, ই লোমহৰ্ষণ,
অদ্ভুত সংবাদ মই কৰিলো শ্ৰবণ ৭৪ ।
ব্যাসৰ প্ৰসাদে গুহ্যতম তথ্যচয়,
সাক্ষাৎ কৃষ্ণৰ পৰা শুনিলোঁ নিশ্চয় । ৭৫ ।
মহাৰাজ, কৃষ্ণাৰ্জ্জুন অদ্ভুত সংবাদ,
স্মৰি পুনঃ পুনঃ মোৰ পৰম আহ্লাদ । ৭৬ ।
হৰিৰ অদ্ভুতৰূপ স্মৰি ঘনে ঘন
আনন্দ সাগৰে ঘনে হওঁ নিমগন । ৭৭ ।
য'তে যোগেশ্বৰ হৰি, য'তে ধনঞ্জয়,
ত'তে শ্ৰী, বিজয়, নীতি—আনন্দ নিশ্চয় । ৭৮ ।

ইতি মোক্ষযোগ

ওঁ শান্তিঃ শান্তিঃ শান্তি ।

# গীতাৰ আধ্যাত্মিক অৰ্থৰ আভাস।

---

গীতা সমগ্ৰ জগতৰ এটি অমূল্য ৰত্ন। দাৰ্শনিকভাৱে বিশ্ববিজয়ী, ভক্তিৰ হিচাবে প্ৰাণোন্মাদকাৰী, ভগবদ্‌মুখ-নিঃসৃত এই অতুল্য বাণীয়ে সমৰক্ষেত্ৰত কিংকৰ্ত্তব্যবিমূঢ় অৰ্জ্জুনক কৰ্ত্তব্যনিষ্ঠ কৰিছিল, এই কথা সাধাৰণভাৱে আমি সকলোৱে জানো; কিন্তু এই বিশ্ববিমোহন সঙ্গীতৰ লগত আমাৰ মানৱ জীৱনৰ কি যে ভিতৰুৱা সম্বন্ধ আছে, কি ভাব অনুসৰি মানুহে গীতাৰ উপদেশ নিজৰ জীৱন ধমনীত স্পন্দিত কৰিব পাৰে, কি ভাব অবলম্বন কৰি যি ধাৰ মালা শ্ৰীকৃষ্ণে উপনিষদকুঞ্জৰ অতি মনোহৰ জক্ মক্ কৰে নানা বৰণৰ ফুলেৰে তেওঁৰ প্ৰেমসূতাত গাথি প্ৰিয় শিষ্য অৰ্জ্জুনৰ গলত পিন্ধাইছিল, সেই মালাধাৰেৰে আমাৰ আত্মাসুন্দৰীৰ বুকু সুশোভিত কৰি প্ৰেমৰ ৰহন ঢালি আমাৰ জীৱন তেওঁৰ সৌন্দৰ্য্যত উজলাব পাৰোঁ, কি উপায়ে গীতাত অসামঞ্জস্য নেদেখি সকলো উপদেশ "একসূত্ৰে গাঁথা





থাকে মণি যি প্ৰকাৰ" এই ভাবে উপলব্ধি কৰিব পাৰোঁ, সেই বিষয়ে আমি প্ৰায় অনভিজ্ঞ।

সাধাৰণতঃ দুইবিধ মানুহে গীতা দুইভাবে দেখে। এটা সাধাৰণ ভাৱ, অন্যটো ৰূপকভাৱ। অধিকাংশ মানুহে গীতা সাধাৰণ ভাৱতে লয় আৰু তেওঁলোকৰ মতে কৰ্ম্মযোগে আৰু ভক্তিযোগেই গীতাৰ মূলমন্ত্ৰ এই কৰ্ম্মযোগ আৰু ভক্তিযোগৰ অৰ্থ, ঈশ্বৰত ভক্তি স্থাপন কৰি সংসাৰত যথা-বিধি কৰ্ম্ম আচৰণ কৰি থাকা। তেওঁবিলাকে সাধনাৰ ভাৱ আশ্ৰয় কৰি গীতাৰ তাৎপৰ্য্য বুজিবৰ চেষ্টা নকৰে। অন্য একদল মানুহ আছে—এওঁবিলাকৰ সংখ্যা অবশ্যে কম—যিবিলাকে সমগ্ৰ গীতা ৰূপকভাৱে লব খোজে। তেওঁলোকে কয় যে গীতা ৰূপক—ৰূপক অলঙ্কাৰৰ ভিতৰেদি সাধনাৰ আধ্যাত্মিক তত্ত্ব বৰ্ণিত হৈছে মাত্ৰ; কৃষ্ণাৰ্জ্জুন দুৰ্য্যোধন, ধৃতৰাষ্ট্ৰ প্ৰভৃতি সকলো ৰূপক; বোধ হয় কুৰু ক্ষেত্ৰৰ যুদ্ধও সমূলি ৰূপক। তেওঁবিলাকে গীতাৰ সাধাৰণ অৰ্থটো একেবাৰে বাদ দিব খোজে—প্ৰাণায়াম প্ৰভৃতিৰ আশ্ৰয়ত তেওঁলোকে গীতা সেইভাবে বুজাব খোজে। এই দুই দলৰো পুনৰায় বহু শাখা প্ৰশাখা আছে—সেই বিলাকৰো আকৌ ভিন্নমত।

যি কি নহওক আমি দল বা মত লৈ গীতাৰ মৰ্ম্ম বুজিবলৈ আগ নাবাঢ়োঁ। সৰল মন আৰু সৰল প্ৰাণ লৈ সৰলভাৱে গীতা বুজিবৰ চেষ্টা কৰাই ভাল। বেচি টীকা টিপ্পনী আৰু মতামত লৈ টানাটানি কৰিলে মৰ্ম্মবোধ হোৱা বেচি টান হে হয়।

গীতা কেৱল ৰূপক নহয়। আচলতে কৃষ্ণে তেওঁৰ সখিয়েক আৰু প্ৰিয় শিষ্য অৰ্জ্জুনক উপদেশ দিছিল। কিন্তু অবতাৰৰ প্ৰত্যেক কাৰ্যাতে একোটা আধ্যাত্মিক ভাব থাকে অৰ্থাৎ প্ৰত্যেক কাৰ্য্যই যেন ৰূপক। সেই গুণে আমি এই গীতাৰ বিষয়টো এটা যে অতি গূঢ় তত্ত্বৰ ৰূপক পাম তাত কোনো সংশয় নাই।

শ্ৰীকৃষ্ণ পৰমাত্মচৈতন্য; অৰ্জ্জুন জীৱচৈতন্য। পৰমাত্মা আৰু জীবাত্মাৰ ভিতৰুৱা সম্বন্ধ হৈছে সখ্যভাব বা একাত্মতা। উপনিষদত কৈছে—দ্বা সুপৰ্ণা সযুজা সখায়া সমানং বৃক্ষং পৰিষস্বজাতে। তয়োৰণ্যঃ পিপ্পলং স্বাদ্বত্ত্যনশ্নন্নন্যোঽভিচাকশীতি॥ শ্বেতাশ্বতৰ-উপনিষদ; অৰ্থাৎ দুটা সৰ্ব্বদা সংযুক্ত সখিভাবাপন্ন পখী এক দেহৰূপ বৃক্ষক আশ্ৰয় কৰি আছে। তাৰ ভিতৰত এটাই অৰ্থাৎ জীৱে সুমিষ্ট কৰ্ম্মফল উপভোগ কৰে; অন্যটোৱে অৰ্থাৎ পৰমেশ্বৰে ভোগ নকৰি সাক্ষীৰূপে চাই থাকে। কিন্তু জীবাত্মা





আৰু পৰমাত্মাৰ ভিতৰত কেৱল এয়ে সম্বন্ধ নহয়। পৰমাত্মা জীবাত্মাৰ ভিতৰেদি সদায় প্ৰকটিত হব ধৰিছে। পৰমাত্মা-চৈতন্য জীৱচৈতন্যৰ মাজত সদায় প্ৰকাশিত হব ধৰিছে। জীৱচৈতন্য সেই পৰমাত্মচৈতন্যোৱে অনুপ্ৰাণিত হৈ প্ৰতিনিয়ত বিশ্বত স্ফুৰিত হৈছে।

কাৰণ বিশ্ব সম্বন্ধে ভগবানৰ এটি অভিপ্ৰায় আছে। সেইটো হৈছে জীৱচৈতন্যৰ ভিতৰে দি পৰমাত্মচৈতন্যৰ ক্ৰমস্ফুৰণ। মানৱ সম্বন্ধে এই অভিপ্ৰায় হৈছে মানবৰ ক্ৰমবিকাশ। গীতাৰ মৰ্ম্ম এই, নানা জন্মৰ ভিতৰে দি মানবাত্মাৰ ক্ৰমবিকাশ হলে মানুহে মানব ক্ৰমবিকাশৰ সৰ্ব্বোচ্চ সোপানত খোজ দিয়ে; জন্ম জন্মান্তৰৰ নানাৰূপ কৰ্ম্মফল ভোগ কৰি গুণ অৰ্জ্জনৰ ফলত এই ক্ৰমবিকাশ হয় আৰু সাধনাৰ বলত মানুহে অতি সোনকালে নিজৰ ক্ৰমবিকাশ সাধিব পাৰে।

নানা অভিজ্ঞতাৰ ভিতৰে দি গৈ মানুহে অৱশেষত শিকে যে যদিও সি তাৰ প্ৰাণ ধাৰণৰ নিমিত্তে সাংসাৰিক ভোগ্যবস্তু সংগ্ৰহ কৰিবলৈ চেষ্টা কৰিব লাগে, তথাপি প্ৰকৃত আত্মজীৱনত সেইবিলাকৰ মূল্য অতি কম। তেতিয়া মানুহে ধীৰভাবে জীৱনৰ ঘটনাবলি পৰ্য্যালোচনা কৰিব ধৰে আৰু সাধনাৰ পথ আশ্ৰয় কৰে। সাধনা মানে

মই ইয়াত ধীৰভাবে গভীৰ একাগ্ৰ চিন্তা কৰাকে লক্ষ্য কৰিছোঁ।

সাধনাৰ পথ আশ্ৰয় কৰিলে মানব ক্ৰমবিকাশত মানব চৈতন্যৰ চাৰিটা স্তৰৰ বিষয়ে জানিব পাৰা যায়। যথা—দেহচৈতন্য, মনঃচৈতন্য, আত্মচৈতন্য আৰু পৰমাত্মচৈতন্য বা বিশ্বচৈতন্য।

যি চৈতন্যভূমিত থাকিলে মানুহে নিজক দেহ বুলি ভাবে, য'ত মানুহৰ দেহাত্মবুদ্ধি হয় য'ত "মই দেহ" বুলি মানুহে নিজক বিবেচনা কৰে, সেয়ে দেহচৈতন্য। সাধাৰণ মানুহ এই দেহচৈতন্য লৈয়ে ডুবি থাকে। এই চৈতন্যত মানুহে খাব, লব আৰু এজন সহযোগী পালেই সন্তুষ্ট। দেহটোক অলপ ভালকৈ ৰাখিব পাৰিলেই নিজক সাৰ্থক জ্ঞান কৰে।

আজীৱন চিন্তাৰ্ণবে থাকি নিমগন,
ভাবে, "কাম উপভোগ পৰম ৰতন"।
শত আশাপাশে বদ্ধ কাম ক্ৰোধে অন্ধ,
অন্যায় উপায়ে কৰে ভোগৰ প্ৰবন্ধ।
১৬ অধ্যায়, ১১-১২।

ইয়াৰ উপৰ চৈতন্যভূমিৰ নাম মনঃচৈতন্য। এই চৈতন্যত মানুহে নিজক মন বুলি বিবেচনা কৰে।





সি ভাবে, "মই এটা মন, মোৰ এটা দেহ আছে"। এই মানস চৈতন্য বৰ তিক্তকৰ অবস্থা। যত প্ৰশ্ন আৰু জটিল সমস্যা আহি মানুহক এই অবস্থাত আগুৰি ধৰে। সি উপায় নাপাই মানসিক বাঁহত আবদ্ধ হৈ ধৰফৰাই মৰে। এটা প্ৰশ্নৰ সমাধান নোহোৱাতেই অন্য এটা প্ৰশ্ন আহি বিৰক্ত কৰে। এই অবস্থাত মানুহ কেতিয়াবা নিৰাশাবাদী হয়, কেতিয়াবা বা হতাশ হৈ পৰে, চাৰিওফালে ধুৱঁলী কুৱঁলী দেখে। এই অৱস্থাৰ পৰাই গীতাৰ উপদেশ পালনীয় হৈ পৰে। এই অৱস্থাত পৰিয়ে অৰ্জ্জুনে কৈছিল,

ঘুৰিছে যে মন মোৰ থাকিব নোৱাৰোঁ!
বিপৰীত কুলক্ষণ নিৰীক্ষণ কৰোঁ। ১ম অধ্যায় ৩১।

আৰু এই অবস্থাতে সাহ দি ধৰ্ম্মভূমি সাধনা কুৰুক্ষেত্ৰত পৰমাত্মাই যেন মানবাত্মাক বিজিয়াই কয়,

ক্লৈব্য এৰা ধনু ধৰা মোহ নুযুৱায়,
হৃদয়ৰ দুৰ্ব্বলতা এৰা ধনঞ্জয়! ২য় অধ্যায়, ৩।

তাৰ পাছত আত্মচৈতন্যৰ ভূমি। এই ভূমিত মানুহে নিজক আত্মাৰূপে উপলব্ধি কৰিব পাৰে। মই "মই"—এই জ্ঞান মানৱ হৃদয়ত প্ৰকটিত হয়। "মই আত্মা" এই

জ্ঞানৰ বলত মানুহে তেতিয়া নিৰ্ভীক চিত্তে সংসাৰত বিচৰণ কৰে। তেতিয়া তেওঁ দেখে যে সংসাৰত যতই বিপদ আপদ নহওক তাত তেওঁৰ আচলতে একো আশঙ্কাৰ কাৰণ নাই। তেওঁ অনুভৱ কৰিব পাৰে যে

আছেদ্য অদাহ্য আত্মা অক্লেদ্য অশোষ্য,
অচঞ্চল স্থিৰ এক সৰ্ব্বব্যাপী নিত্য। ২য় অধ্যায় ২৪।

যোগীবিলাকৰ কথাত—"মই" অক্ষয়। বায়ু, জল, অগ্নি সকলোৰে ভিতৰেদি ই অক্ষুন্নভাবে যাতায়াত কৰিব পাৰে। বৰ্ষা কিম্বা তৰোৱাল একোৱে ইয়াক নষ্ট কৰিব নোৱাৰে—এনে কি ইয়াৰ কোনো অনিষ্টই কৰিব নোৱাৰে। দৈনন্দিন জীৱনৰ ঘটনাবিলাক ইয়াৰ ওচৰত স্বপ্নৰ নিচিনা। 'মই'ৰ জ্ঞানত স্থিত হৈ মানুহে সংসাৰৰ অত্যন্ত বিভীষিকাময় দৃশ্য চায়ো হাঁহিব পাৰে আৰু হাত ডাঙি বিপদ আপদক দূৰ হবৰ আদেশ দিব পাৰে। যি জানি বুজি 'মই' বুলিব পাৰে তেওঁ ধন্য।"

এই আত্মচৈতন্য ফুটাই তুলিবৰ নিমিত্তে সাধনা বা অভ্যাস যোগ কৰিবলৈ শ্ৰীকৃষ্ণে ৬ষ্ঠ অধ্যায়ত উপদেশ দিছে—

নিশ্চল যিদৰে দীপ নিৰ্ব্বাত স্থানত;
সুস্থিৰ সিদৰে চিত্ত যোগীৰ ধ্যানত।





অভ্যাস নিৰুদ্ধ চিত্তে য'ত সুখ পায়;
আত্মাৰে আত্মাই য'ত আত্মাত ৰময়।
অবৰ্ণ্য, অচিন্ত্য শান্তি আছে যি পদত;
বুদ্ধিগ্ৰাহ্য অতীন্দ্ৰিয় সুখ সদা য'ত।
যি লাভত সহ্য হয় নিদাৰুণ দুখ;
যি পদ লভিলে নৰে ত্যজে অন্য সুখ;
সেয়ে পাৰ্থ, যোগ নামে পৰিচিত হয়,
সাধন কৰিবা সুখে সুদৃঢ় হৃদয়।
সংকল্প উদ্ভূত সৰ্ব্ব কৰ্ম্ম পৰিহৰি,
মনেৰে ইন্দ্ৰিয়চয় নিয়মন কৰি;
ধৈৰ্য্য সহকাৰে ধাৰণাত ধৰি মন
চিন্তা পৰিহৰি কৰা আত্মাতে ৰমণ।

৬ষ্ঠ অধ্যায়, ১৯-২৫

আত্মচৈতন্যৰ উপৰৰ ভূমি বিশ্বচৈতন্য। এই চৈতন্য ভূমিত মানবাত্মাই বিশ্বাত্মাৰ লগত একাত্মতা অনুভৱ কৰে। সেই গুনেই এই চৈতন্যস্তৰক পৰমাত্মচৈতন্য বা বিশ্বচৈতন্য বোলে। মানুহে তেতিয়া প্ৰাণে প্ৰাণে উপলব্ধি কৰে যে জীৱন এক আৰু জীৱনৰ মৰ্ম্মস্পৰ্শী ভিতৰুৱা সঙ্গীত হৈছে শান্তি-প্ৰেম-একত্ব। তেওঁ

দেখে যে "একসূত্ৰে গাথা থাকে মণি যি প্ৰকাৰ" সেই দৰে এক বিশ্ব প্ৰাণে সমস্ত ভিন ভিন ব্যষ্টি জীৱন অনুপ্ৰাণিত কৰি আছে। বিশ্বধমনীত একে জীৱনৰ স্পন্দন কেবল বিভিন্ন তালত প্ৰকাশিত হৈছে। মানুহে তেতিয়া সেই অচিন্ত্য, অবৰ্ণ্য পৰম বিভুৰ স্পৰ্শ অন্তৰত উপলব্ধি কৰে।

ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকং নেমা বিদ্যুতো ভান্তি কুতোহয়মগ্নিঃ। তমেৱ ভান্তমনুভাতি সৰ্ব্বং তস্য ভাসা সৰ্ব্বমিদং বিভাতি ॥ শ্বেতাশ্বতৰ উপনিষদ।

নাই চন্দ্ৰ সূৰ্য্য তৰা বিজুলীৰ জ্যোতি,
অগ্নি ক'ত? তেওঁৰ জ্যোতিতে জ্যোতিষ্মান সব।
সেয়ে মোৰ স্বপ্ৰকাশ পৰম আলয়,
চন্দ্ৰাগ্নি সূৰ্য্যৰো য'ত প্ৰকাশ নহয়।

১৫ অধ্যায়, ৬।

এই পৰম তত্ত্ব অবগত হলে মানুহে তেতিয়া জীৱনৰ সমস্যাবিলাক অন্য দৃষ্টিৰে দেখে। একাদশ অধ্যায়ত বৰ্ণিত, অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ যি বিশ্বৰূপ দেখিছিল সেইটো এই বিশ্বচৈতন্য ভূমিৰ পৰাই দেখিছিল। মানুহে





বিশ্বচৈতন্য ভূমিত হঠাৎ উপনীত হলে স্তব্ধীভূত হয় আৰু আত্মচৈতন্য ভূমিলৈ ফিৰি গৈ দ্বৈতাদ্বৈতভাব অবলম্বন কৰি সেই পৰম বিভূক বিশ্বগ্ৰাসী মূৰ্ত্তিত নাচাই বিশ্বপ্ৰেমিক মূৰ্ত্তিত দেখিবৰ ইচ্ছা কৰে। সেই নিমিত্তে অৰ্জ্জুনে কৈছিল,

নেদেখা মূৰতি দেখি হৃষ্টমতি
কিন্তু ভয়ভীত মন;
মোক কৃপা কৰি প্ৰেম মূৰ্ত্তি ধৰি
দিয়া দেৱ! দৰশন ১১ শ অধ্যায়, ৪৫।

এই বিশ্বচৈতন্য অনুভূত হলে কোনো কোনো সাধকে যথেচ্ছাচৰণ কৰি চলিবৰ মন কৰিব পাৰে। তাৰ পৰা অবশ্যে তেওঁৰ অৱনতি হয়; কিন্তু সেইটো বুজিব নোৱাৰি ভ্ৰমৰ বশ হৈ কেৰে কেৰে সেই দৰে চলে। এই বিষয়ে সতৰ্ক কৰিবৰ কাৰণে শ্ৰীকৃষ্ণই বিশ্বচৈতন্য অনুভূতিৰ পাছত অৰ্জ্জুনক ১৮ শ অধ্যায়ত কৈছে—

কৰ্ত্তব্য কৰ্ম্মৰ ত্যাগ উচিত নহয়,
মোহ বশে কৰ্ম্ম ত্যাগ তামস বোলয়। ১৮শ,৭।

সাধনাৰ ফালৰ পৰা আমি গীতাত আৰু এটি বৰ

ডাঙৰ আধ্যাত্মিক তথ্যৰ আভাস পাওঁ। মানুহৰ প্ৰকৃত ধৰ্ম্ম পিপাসা জাগ্ৰত হলে মানুহে বুজিব পাৰে যে সংসাৰ অনিত্য—মায়াময় ছায়াময় সকলো মাথোন। তেতিয়া তেওঁ মনত সাংসাৰিক কাৰ্য্য কৰিবৰ নিমিত্তে একেবাৰে প্ৰবৃত্তি নোহোৱা হয়। তেওঁৰ এনে লাগে তেওঁৰ যেন সমস্ত কৰ্ম্ম পৰিত্যাগ কৰি বাহ্যিক ভাবে নিবৃত্তি মাৰ্গ অবলম্বন কৰি সন্ন্যাস আশ্ৰমলৈ যাবগৈ। সকলোতে তেওঁৰ অতৃপ্তি জন্মে ; তেওঁৰ অন্তৰে কিবা এটা বিচাৰে যিটো বিচাৰি তেওঁ আৰু একোতে তৃপ্তি লাভ কৰিব নোৱাৰে। আকুল পিয়াহে তেওঁক যেন চাৰিওফালে টানি নিব খোজে।

আমি আগেয়ে যি মনঃচৈতন্যৰ কথা কৈছোঁ সেই ভূমিত শিষ্যই এই বিলাক অনুভব কৰে ; পাছত সাধনাৰ ফলত তেওঁ বুজিব পাৰে যে তেওঁৰ শান্তি তেওঁৰ বাহ্যিক জীৱনৰ ঘটনাৰ উপৰত নিৰ্ভৰ নকৰে—বাহিৰত সাংসাৰিক জীৱন যাত্ৰাৰ যুজ কৰিও তেওঁ অন্তৰত সেই পৰম সত্তাৰ স্পৰ্শানুভব কৰি নিতে কৃতকৃত্য হৈ থাকিব পাৰে। প্ৰথমে সাধকে সাংসাৰিক জীৱন যাত্ৰাৰ হেন্দোলদোপ দেখি সংসাৰ ক্ষেত্ৰৰ বিভীষিকাময় স্বাৰ্থপূৰ্ণ যুদ্ধত প্ৰবেশ





কৰিবৰ ইচ্ছা নকৰে। কিন্তু যেতিয়া তেওঁৰ বিশ্বচৈতান্য অনুভূত হয় আৰু তেওঁ যেতিয়া আত্মচৈতন্যলৈ নামি আহি বুজিব পাৰে যে সমস্তই ভগবদ্ ইচ্ছাত পৰিচালিত তেতিয়া তেওঁ সাংসাৰিক জীৱন যুদ্ধত সন্তোষমনে প্ৰবেশ কৰে আৰু সমস্ত বিপদ আপদ মূৰ পাতি লৈয়ো যিটো কৰ্ত্তব্য বুলি বুজে তাকে কৰিবৰ চেষ্টা কৰে। ইয়াতে কেৱে নেভাবিব যে আমি সন্ন্যাস জীৱন অপ্ৰয়োজনীয় বুলি কব খুজিছোঁ; কিম্বা সন্যাস আশ্ৰমত এই কথা নাখাটে বুলি কোৱাও আমাৰ উদ্দেশ্য নহয়। আমাৰ আচলতে কবলগীয়া কথা হৈছে—সাধক জীৱনত (সেই সাধক গৃহী কিম্বা সন্যাসী যি কি নহওক) বিভিন্ন অৱস্থাত বিভিন্ন ভাব হয় আৰু এই ভাব বিলাকৰ নিমিত্তে সাধকে বিশ্ব-সংসাৰ আৰু নিজ জীৱনৰ অভিব্যক্তি নানা সময়ত নানা দৃষ্টিৰে চাবৰ বাধ্য হয়. যদিও সেই দৃষ্টিবিলাক দৃশ্যতঃ বিৰুদ্ধ ভাবাপন্ন যেন দেখুৱায়।

সাধকৰ উপৰোক্ত ভাব দুটাৰ প্ৰতি লক্ষ্য ৰাখিয়ে অৰ্থাৎ সেই দুটা ভাবৰ লগন মিলাবলৈ গীতাৰ আদিতে আমি পাওঁ।

"নুযুজোঁ হে কৃষ্ণ মই" বুলি সকাতৰে,
মৌনী হল গুড়াকেশ অতি দুখভৰে ২য়--৯

আৰু শেষত দেখোঁ,

নষ্ট, কৃষ্ণ, মোহ মোৰ পালোঁ দিব্যজ্ঞান,
সমূলে সংশয় মোৰ হ'ল তিৰোধান ;
তব অনুগ্ৰহে মম স্থিৰ ধীৰ মন,
অবশ্যে পালিম এবে তোমাৰ বচন। ১৮শ--৭৩।

*    *    *

গীতা, মাজতে খুব চৰা আৰু দুয়ো কাষে লাহে লাহে চালুৱা হৈ যোৱা পৰ্ব্বত মালাৰ নিচিনা। মাজৰ কেই আধ্যয়ত ভাববিলাক খুব ওখ আদিতে আৰু শেষত তেনেকুৱা নহয়। ইয়াৰ এটি কাৰণ আছে। সাধকৰ হিচাবত গীতা তিনি ভাগত বিভক্ত। প্ৰথম ছয় অধ্যায়ত ভগবানে আত্মচৈতন্যৰ বিষয়ে উপদেশ দিছে—অভ্যাস যোগৰ দ্বাৰা আত্মচৈতন্য লাভ কৰিব লাগে, সাধনৰ দ্বাৰা প্ৰকৃত মইত্ব উপলব্ধি কৰিব লগে। স্থিৰভাবে পঢ়ি চালে এই ছয় আধ্যায়ত এই ভাবটোৰ বিষয়ে বিশেষ জোৰ দিয়া বুলি বুজিব পাৰি। তাৰ পাছৰ ছয় অধ্যায়ত বিশ্বচৈতন্য উপলব্ধিৰ বিষয়ে উপদেশ আৰু ভগবানৰ লগত একাত্মতা লাভ কৰি ভিতৰুৱা ভক্তিভাব স্থাপনৰ নিৰ্দ্দেশ। শেষৰ ছয় অধ্যায়ত আভ্যন্তৰিক আৰু বাহ্যিক জীৱনৰ, এটাৰ





লগত আনটোৰ সামঞ্জস্য ৰক্ষা কৰাৰ বিষয়ে সাৰুৱা কথা। জীৱনত সেই পৰম চৰম ভাব উপলব্ধি কৰিও কেনেকৈ সংসাৰত চলিব লাগিব সেই বিষয়ে আমি এই শেষৰ ছয় অধ্যায়ত বিশেষ সহায় পাওঁ।

তাত বাজে শেষৰ ছয় অধ্যায়ত আমি জীৱক্ৰমবিকাশৰ বিষয়ে আভাস পাওঁ।

মোৰে সনাতন অংশ জীৱ সমুদয়,
ইন্দ্ৰিয়াদি সহ কৰে প্ৰকৃতি আশ্ৰয় ;
জীৱলীলা অত্যদ্ভুত দেহ দেহান্তৰে,
বিমূঢ়ে নাজানে পাৰ্থ, জানে জ্ঞানীবৰে। ১৫শ—৭,১০।

আৰু সপ্তদশ অধ্যায়ৰ ৩য় শ্লোকত আমি পাওঁ,

সংস্কাৰৰ অনুৰূপ মানবহৃদয়,
বিবিধ শ্ৰদ্ধাৰে পূৰ্ণ সদা প্ৰাণীচয় ;
জানিবা নিশ্চয় পাৰ্থ, জীৱ শ্ৰদ্ধাময়,
শ্ৰদ্ধা অনুৰূপ যত মানব নিচয়। ১৭শ—৩।

পঞ্চদশ আৰু সপ্তদশ অধ্যায়ৰ এই কথা বিলাকৰ লগত আৰু এটা তথ্যৰ কথা মিলালে আমি স্বভাবজ ধৰ্ম্ম আৰু পাপ পুণ্যৰ ৰহস্য বুজিব পাৰিম। যথা—

ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ জাতিচয়,
স্বাভাৱিক গুণভেদে জাতিভেদ হয়। ১৮শ—৪১।

সদোষ হলেও নিজ ধৰ্ম্ম পাল্য হয়,
পৰধৰ্ম্ম শ্ৰেয়ঃ পাৰ্থ, কদাচ নহয়;
আচৰিলে স্বভাবজ কৰ্ম্ম সৰ্ব্বদায়,
পাপত নিমগ্ন নৰ কদাপি নহয়।
চোৱা সখি অগ্নি সদা ধূমাবৃত ৰয়,
কৰ্ম্মমাজে তথা একো নিৰ্দ্দোষ নহয়।
স্বভাবজ কৰ্ম্ম যদি দোষযুক্ত হয়,
তথাপিতো নহে ত্যাজ্য জানিবা নিশ্চয়। ১৮শ-৪৭.৪৮

কথাটো অলপ বহলাই কোৱা যাওক। আমি জীৱ-ক্ৰমবিকাশ মানে জীৱৰ ক্ৰমশঃ উদ্গতি বুজোঁ। হিন্দু-শাস্ত্ৰত কয় যে চৌৰাশী লক্ষ যোনি ভ্ৰমণ কৰাৰ পাছত মানৱ জন্ম হয়। ইয়াৰ প্ৰকৃত অৰ্থ এই যে এটি চৈতন্য তৰঙ্গ সপ্তলোকৰ উচ্চতম লোকৰ পৰা তালে তালে নামি আহি স্থূল, পাৰ্থিব, ভৌতিক আৱৰণ লয় আৰু তাৰ পাছত খনিজ, উদ্ভিদ আৰু পশু জগতৰ ভিতৰে দি আহি বিশ্বমানৱৰূপে প্ৰকাশিত হয়। তেতিয়া প্ৰত্যেক মানবাত্মাই নিজ নিজ 'লাইন' ধৰে আৰু জন্ম জন্মান্তৰত





দেহ গ্ৰহণ কৰি নানাৰূপ অভিজ্ঞতা আৰু নানাবিধ সংস্কাৰ (অভিজ্ঞতাৰ ফলত মনত যি দাগ বহে তাকে সংস্কাৰ বোলে) লাভ কৰি অনন্ত জীৱন পথত আগুৱাব ধৰে। এই সংস্কাৰৰ ফলত আকৌ মানুহৰ নানা বিষয়ত আসক্তি জন্মে। যাৰ যি বিষয়ত সুখৰ সংস্কাৰ বেচি তাৰ সেই বিষয়ত বেচি আসক্তি জন্মে আৰু সেই বিষয়টোক "ওখ খাপৰ" বা লভ্য বস্তু বুলি ভাবে। মনৰ এই ভাবকে শ্ৰদ্ধা বোলে। এই শ্ৰদ্ধাৰ ওপৰতে মানুহৰ জীৱনৰ গতি নিৰ্ভৰ কৰে। যাৰ যেনে শ্ৰদ্ধা তাৰ কাৰ্য্যও তেনে স্বভাৱো তদনুৰূপ।

মানবাত্মাই যিমানে জন্মান্তৰ গ্ৰহণ কৰে তিমানে নিজ চেষ্টাৰ ফলত নিজ শ্ৰদ্ধাৰ পৰিমাণ আৰু ক্ৰম নিৰ্দ্ধাৰণ কৰে। এই পৰিমাণ আৰু ক্ৰমৰ নিমিত্তেই মানবাত্মাবিলাকৰ উন্নতিৰ হিচাবে ভিন ভিন স্তৰ হয়—শ্ৰদ্ধা অনুসাৰে কোনো উচ্চ স্তৰৰ, কোনো তদপেক্ষা নিম্নস্তৰৰ: এইদৰে ক্ৰমশঃ। কিয়নো, শ্ৰদ্ধা অনুসাৰে কাৰ্য্য—কাৰ্য্য অনুসাৰে স্বভাৱ আৰু স্বভাৱ হৈছে আত্মবিকশিত গুণৰ সমষ্টি। সেই নিমিত্তেই ভগবান শ্ৰীকৃষ্ণই কৈছে, "স্বাভাৱিক গুণভেদে জাতিভেদ হয়"। এই

জাতিভেদ বাহিৰৰ জন্মগত জাতিভেদ নহয় ই হৈছে আত্ম-বিকশিত গুণ অনুসাৰে জীবাত্মাবিলাকৰ স্তৰভেদ আৰু সাধাৰণ ভাৱে মনুষ্য সমাজত এই স্তৰ ভেদৰ বিকাশ হৈছে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ। এই খিনিতে আমাৰ কোৱা উচিত যে ই বিশ্বমানবৰ জাতিভেদ, কেৱল হিন্দুৰ নহয়। হিন্দুৰ ভিতৰৰ এক সময়ত অৰ্থপূৰ্ণ জাতিভেদ আজি-কালি প্ৰায় অৰ্থশূন্য।

এতিয়া জাতিভেদৰ আধ্যাত্মিক বা অন্তৰঙ্গ অৰ্থ লৈ আমি দেখোঁ যে মানুহ ক্ৰমবিকাশ সোপানৰ ভিন ভিন স্তৰত অৱস্থিত। প্ৰত্যেক মানুহ যি স্তৰত অৱস্থিত সেই স্তৰৰ পৰা উচ্চতৰ স্তৰলৈ নিবৰ কাৰণে ক্ৰমবিকাশৰ গতিয়ে সদায় হেচি আছে। কিন্তু মানবৰ কৰ্ম্মফল বেচি কিম্বা কম পৰিমানে ইয়াৰ অন্তৰায়। গতিকে এক দুই শক্তিৰ হেচা ঠেলাত মানুহৰ পক্ষে এটা নতুন বাটৰ সৃষ্টি হয়। তাৰ কিছুমান সংস্কাৰ ক্ৰমবিকাশৰ গতিৰ প্ৰতিকূলে, কিছুমান অনুকূলে। এই ক্ৰমবিকাশৰ অনুকূল সংস্কাৰ বিলাক লৈ জীৱনত সেই বিলাকক আৰু বেচিকৈ বঢ়াই তুলি উপৰৰ স্তৰলৈ যাবৰ নিমিত্তে জ্ঞাতসাৰে বা অজ্ঞাতসাৰে মানুহৰ যি চেষ্টা তাকে গীতাত স্বভাবজ





ধৰ্ম্ম বুলিছে। স্বভাবজ মানে স্বভাৱগত বা সংস্কাৰলব্ধ —ক্ৰমবিকাশৰ গতিৰ হেচাৰ লগত অনুকুল সংস্কাৰ মিলাই যি পোৱা যায় সেয়ে। ইয়াত ধৰ্ম্ম মানে যি ধাৰণ কৰে—যিটোৱে ক্ৰমবিকাশৰ নিম্নস্তৰৰ পৰা উচ্চতৰ স্তৰলৈ যোৱাত মানুহক ধৰি থাকে—মানুহক পিছুৱাই যাব নিদিয়ে। এই অৰ্থতে শ্ৰীকৃষ্ণই স্বভাবজ ধৰ্ম্ম প্ৰচাৰ কৰিছে—নিজ নিজ ধৰ্ম্ম পালন কৰিবৰ উপদেশ দিছে। বাস্তবিকে এই স্বভাবজ ধৰ্ম্মই মানুহক চমুভাবে আত্মোন্নতিৰ পথত আগুৱাই নিয়ে।

এই স্বভাবজ ধৰ্ম্মপালনৰূপ কৰ্ত্তব্যৰ পোহৰত আমি পাপ পূণ্যৰ ৰহস্যটো ভালকৈ বুজিব পাৰোঁ। আমি দেখোঁ যে এজনে যি পাপ বুলি ভাবে অন্যে সেইটো পুণ্য বুলি বিবেচনা কৰে; আৰু এজনে যি পুণ্য বুলি বিবেচনা কৰে অন্যে সেইটো পাপ বুলি ভাবে।

ইয়াৰ আচল তত্ত্বকথা হৈছে এই যে ওপৰ খাপৰ জীৱে তলৰ খাপৰ জীৱৰ কিছুমান কাৰ্য্য কৰিলে তেওঁৰ অৱনতি হয়, ক্ৰমবিকাশৰ গতি কিছু কালৰ নিমিত্তে বাধা প্ৰাপ্ত হয়। সেইগুণে তেওঁৰ পক্ষে সেইটো পাপ; অথচ সেইটোৱে তলৰ খাপৰ জীৱৰ পক্ষে উদ্গতিৰ অনুকূল, গতিকে তাৰ পক্ষে

পূণ্য। সেই গুণেই শ্ৰীকৃষ্ণই কৈছে, উপৰৰ কিম্বা তলৰ থাপৰ মানুহৰ চকুত সদোষ হলেও স্বভাবজ ধৰ্ম্ম পৰিত্যাজ্য নহয়।

কিন্তু এই খিনিতে কথা হৈছে, কেনেকৈ আমি আমাৰ স্বভাবজ ধৰ্ম্ম নিৰ্দ্ধাৰণ কৰিম? জীৱনত কেনেকৈ আমি আমাৰ কৰ্ত্তব্য স্থিৰ কৰিলম?" উত্তৰত আমি ইয়াকে কওঁ যে শ্ৰীকৃষ্ণৰ উপদেশমতে চলিলে নিজ নিজ স্বভাবজ ধৰ্ম্ম আপোনা আপুনি অন্তৰত প্ৰতিফলিত হব।

উপদেশ যথা—

সমস্ত ভুবন ব্যাপী ব্ৰহ্ম সনাতন,
যাৰ দ্বাৰা সৃষ্ট স্থিত হয় প্ৰাণীগণ;
স্বধৰ্ম্ম পালন কৰি ব্ৰহ্মৰ পূজনে,
সিদ্ধি লাভ কৰে নৰে ই বিশ্বভুবনে।

১৮শ—৪৬।

যি অৱস্থাত আছা--ক্ৰমবিকাশৰ যি স্তৰতে নাথাকা কিয়--তোমাৰ বাহ্যিক অৱস্থা যি কি নহওক--মন প্ৰাণ ঢালি অভ্যাস যোগৰ দ্বাৰা নিতৌ বিশ্বাত্মক ধ্যান কৰা (অৱশ্যে বহুতৰ পক্ষে এই বিষয়ে শ্ৰীগুৰুৰ উপদেশ দৰকাৰ) —তেওঁৰ চৰণত নিজক সঁপি দিয়া—তেওঁৰ





চৈতন্যৰ আভাস নিজ চৈতন্যত পেলাবৰ চেষ্টা কৰা—দেখিবা হিয়াত খুন্দা মাৰি দি তেওঁ তোমাক কৰ্ত্তব্য পথত পৰিচালিত কৰিব। এই অৱস্থাত অন্য মানুহে তোমাৰ অন্তৰৰ ভাব নুবুজি হয়তো তোমাৰ কোনো কোনো কাৰ্য্য অনুমোদন নকৰিব পাৰে কিম্বা তোমাক হাঁহিবও পাৰে; কিন্তু তাৰ নিমিত্তে ভ্ৰূক্ষেপ নকৰিবা। স্বভাবজ ধৰ্ম্ম পালন কৰি যোৱা।

* * * *

গীতাৰ প্ৰধান চৰিত্ৰ দুটা শ্ৰীকৃষ্ণ আৰু অৰ্জ্জুন। আমি যিবিলাক কথা কৈছোঁ সেই বিলাক প্ৰায় অৰ্জ্জুনৰ তত্ত্ব কথা। এতিয়া শ্ৰীশ্ৰীকৃষ্ণতত্ত্বকথা সম্বন্ধে অলপ কবৰ মন কৰিছোঁ।

আগেয়ে কৈ আহিছোঁ যে শ্ৰীকৃষ্ণ পৰমাত্মচৈতন্য বা বিশ্বচৈতন্যৰ ৰূপক। কিন্তু গীতাৰ শ্ৰীকৃষ্ণতত্ত্বকথা সম্বন্ধে এই টোৱেই সম্পূৰ্ণ কথা নহয়। শ্ৰীকৃষ্ণে গীতাৰ নানা স্থলত নানা ভাৱে কথা কৈছে—কেতিয়াবা আত্মভাবৰ পৰা, কেতিয়াবা বিশ্বচৈতন্য ভাবৰ পৰা, কেতিয়াবা বা ঈশ্বৰ কিম্বা ব্ৰহ্মভাবৰ পৰা। আমি প্ৰধান প্ৰধান দুই এটি ভাবৰ বিষয়ে আভাস দিম।

প্ৰথম কথা হৈছে—আমি যি ক্ৰমবিকাশৰ কথা কৈছোঁ সেই ক্ৰমবিকাশ প্ৰকৃতিৰ অন্ধ নিয়ম অনুসাৰে নিয়ন্ত্ৰিত

নহয়। মানৱ ক্ৰমবিকাশত পূৰ্ণবিকশিত মানৱৰ—হিন্দু শাস্ত্ৰে সিদ্ধ ঋষি বোলা সেই পূৰ্ণতা লাভ কৰা মানৱৰ হাত আছে। সিদ্ধ ঋষি বিলাকৰ এটি সঙ্ঘ আছে। সকলো মানৱাত্মাৰ ক্ৰমবিকাশৰ জৰি এক অৰ্থে তেওঁবিলাকৰ হাতত। তেওঁ-বিলাকৰ কিছুমানে সকলো জাতিৰ ভিতৰতে জন্মগ্ৰহণ কৰি মানৱক আচল পথৰ কথা নানাভাবে বুজাবলৈ চেষ্টা কৰে।

এই ঋষিসঙ্ঘৰ এজন অধ্যক্ষ বা নায়ক আছে। তেওঁ আচলতে সমগ্ৰ পৃথিবীৰ ৰাজা। তেওঁৰ ইচ্ছাতে পৃথিবীৰ সকলো ক্ৰমবিকাশ চলিছে। তেওঁৰ ইঙ্গিতত এই ঋষিসঙ্ঘই কাম কৰে। পৃথিবীৰ কাৰ্য্য সুচাৰুৰূপে চলাবৰ কাৰণে এই ঋষিসঙ্ঘৰ দুটা বিভাগ আছে—এটা ধৰ্ম্ম আৰু শিক্ষা-বিস্তাৰৰ নিমিত্তে; অন্যটো সমাজনীতি আৰু ৰাজনীতি প্ৰচলনৰ উদ্দেশ্যে। এই দুই বিভাগৰ দুইজন নায়ক আছে; সেই দুই জনৰ লগত একমত হৈ ঋষিবিলাকে কাম কৰে।

পৃথিবীৰ ৰাজা জনৰ পদবীৰ নাম কুমাৰ। ধৰ্ম্ম আৰু শিক্ষা বিস্তাৰৰ নায়ক জনৰ পদবীৰ নাম জগদ্‌গুৰু বা কৃষ্ণ; সমাজ আৰু ৰাজনীতিৰ নায়ক জনৰ পদবীৰ নাম মনু। এই পদবীবোৰ অধিকাৰ কৰা সকলক





যথাক্ৰমে কুমাৰ, জগদ্‌গুৰু বা কৃষ্ণ, আৰু মনু বোলে। শাস্ত্ৰত যি চাৰি সিদ্ধৰ কথা পোৱা যায় তেওঁবিলাকৰ ভিতৰত সনৎ কুমাৰেই এতিয়া পৃথিবীৰ ভিতৰুৱা ৰজা।

যেতিয়া ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ প্ৰাদুৰ্ভাব হয় তেতিয়া কুমাৰৰ আদেশত কৃষ্ণ নিজে নামি আহে কিম্বা তেওঁৰ কোনো সহকাৰীক তদৰ্থে আদেশ দিয়ে। বেচি আৱশ্যক হলে নিজে আহে কম দৰকাৰত তেওঁৰ এজন সহকাৰীক পঠিয়ায়; তেওঁ যেতিয়া নিজে নামি আহে তেতিয়া তেওঁৰ অৱতৰনক লক্ষ্য কৰি অৱতাৰ বোলা হয়। এনেকৈ সময়ত মনু কিম্বা তেওঁৰ সাহায্যকাৰীও আহে।

য'ক এতিয়া আৰু এটি কথা কৈ কৃষ্ণতত্ত্বৰ আৰু এটি আভাস দিবৰ চেষ্টা কৰিম। যি আত্মা আজি কালি কৃষ্ণপদবীত অধিষ্ঠিত আছে সেই আত্মা বহুযুগ পূৰ্ব্বে মানৱ ক্ৰমবিকাশৰ অন্তৰ্গত আছিল—মানবাত্মাৰ দৰে জন্মান্তৰ পৰিগ্ৰহণ কৰিছিল। এই পদবীত অধিষ্ঠিত হৈ তেওঁ এতিয়া যুগযুগান্তৰৰ নিজৰ জন্মান্তৰৰ কথা কব পাৰে। এই মানৱাত্মাভাবৰ পৰাই শ্ৰীকৃষ্ণে অৰ্জ্জুনক কৈছিল,

জন্মিছিলোঁ দুয়ো আমি বহুবাৰ আগে,
তোমাৰ মনত নাই মোৰ মনে জাগে।

ইয়াত তৰ্কৰ খাতিৰে কোনোবাই কব পাৰে যে তেওঁ অৱতাৰৰূপে বহুবাৰ আহিছিল। কিন্তু আমি সেইটো মানিব নোৱাৰোঁ। কিয়নো অৰ্জ্জুনৰ জন্মৰ লগত তেওঁৰ জন্মৰ সাদৃশ্য উপৰোক্ত কথাত বেচকৈ পৰিস্ফুট। আৰু ৪ৰ্থ অধ্যায়ত এই কথাৰ তলত লেখা আন এটা কথাই আমাৰ মত সমৰ্থন কৰে।

যেতিয়া ধৰ্ম্মৰ গ্লানি অধৰ্ম্মসঞ্চাৰ,
তেতিয়াই হওঁ মই নিজে অৱতাৰ। ৪ৰ্থ-৭।

ইয়াতে শ্ৰীকৃষ্ণে তেওঁৰ জন্ম আৰু অৱতাৰৰ প্ৰভেদ দেখুৱাইছে। যি কি নহওক অবিশ্বাসীৰ লগত তৰ্কত প্ৰবৃত্ত হবৰ আমাৰ এতিয়া অবসৰ নাই। গতিকে আমি তত্ত্বৰ কথা হে কম।

আত্মতত্ত্বৰ হিচাবত শ্ৰীকৃষ্ণৰ কথা কোৱা হৈছে। এতিয়া আগৈয়ে কোৱা অৱতাৰতত্ত্ব আৰু অলপ উন্মুকিয়াম। শ্ৰীকৃষ্ণ যেতিয়া অৱতীৰ্ণ হয়—যেতিয়া তেওঁ ধৰ্ম্মসংস্থাপন কৰিবলৈ নামি আহে,





"সাধুসৱ ৰক্ষা কৰি বিনাশি দুৰ্জ্জন,
যুগে যুগে আহি কৰো ধৰ্ম্মসংস্থাপন।" ৪ৰ্থ—।

তেতিয়া বাস্তবিকে এটি অলৌকিক তত্বকথাৰ আবিৰ্ভাব হয়। পৃথিবীৰ অধীশ্বৰ কুমাৰ শ্ৰীকৃষ্ণৰ ভিতৰত আবিৰ্ভূত হয়—ব্ৰহ্মাণ্ডৰ অধিপতি ঈশ্বৰে কুমাৰৰ ভিতৰেদি শ্ৰীকৃষ্ণৰ অন্তৰত অপৰিসীম শক্তি ঢালি দিয়ে আৰু ঈশ্বৰৰ ভিতৰেদি শ্ৰীকৃষ্ণই যেতিয়া ইচ্ছা পৰব্ৰহ্ম ভাবত নিমগ্ন হব পাৰে—সেই ভাবৰ পৰা কথা কব পাৰে—তেতিয়া কৃষ্ণ, কুমাৰ, ঈশ্বৰ, ব্ৰহ্ম একাত্ম হয়।

সেই নিমিত্তেই শ্ৰীকৃষ্ণে গীতাত কৈছে—

মোৰ অলৌকিক তত্ত্ব যি জনে জানয়,
দেহত্যাগ কৰি সিয়ে মোতে লীন হয়। ৪ৰ্থ—৯।

শ্ৰীকৃষ্ণৰ তত্ত্ব কথা সম্বন্ধে এতিয়া গীতাৰ পৰা উদাহৰণ দিয়া যাওক। আত্মভাবৰ উদাহৰণটো আমি আগৈয়ে কৈ আহিছোঁ। এতিয়া কুমাৰৰ, ঈশ্বৰৰ আৰু ব্ৰহ্মৰ সৈতে একাত্ম ভাব লক্ষ্য কৰি আধ্যাত্মিক সজ্ঞত তেওঁৰ নিজ পদবীৰ বিষয়ে কোৱা কথাটো কওঁ—

ব্ৰহ্মাৰ প্ৰতিষ্ঠা মই সুখৰ আলয়,
মোক্ষপদো মোতে, মই ধৰ্ম্মৰ আশ্ৰয় । ১৪।২৭ ।

ঈশ্বৰ ভাবত শ্ৰীকৃষ্ণে কৈছে ঃ—

জগতৰ সৃষ্টি স্থিতি উদ্ভৱ কাৰণ,
জানি মোক পূজে পাৰ্থ, ভক্ত জ্ঞানীজন । ১০।২০।

আৰু ব্ৰহ্মভাৱত কৈছে—

অথবা বাহুল্যে তব কিবা প্ৰয়োজন ?
একাংশে জগৎ মোৰ কৰিছোঁ ধাৰণ । ১০।৪২।

নিজ পদবীৰ ভাৱত থাকি ব্ৰহ্মাৰ বিষয়ে ১৩শ অধ্যায়ত বৰ্ণনা কৰিছে—

যাৰ পাণি পদ শিৰ কৰ্ণ নেত্ৰানন,
ব্যাপি আছে সৰ্ব্বদায় সকলো ভুবন ।
সৰ্ব্বেন্দ্ৰিয় গুণাভাস, ইন্দ্ৰিয়বৰ্জ্জিত,
নিৰগুণ, গুণভোক্তা, আসক্তি ৰহিত ।
সুসূক্ষ্ম অচৰ চৰ সুদূৰে, অদূৰে,
সকলো ভূতৰ ব্ৰহ্ম ভিতৰে বাহিৰে ।





বিভক্তৰ ন্যায় থাকে ভূতে অনুক্ষণ,
কিন্তু অবিভক্ত সদা ব্ৰহ্ম সনাতন ;
জানিবা সৰ্ব্বদা তেৱেঁ জীৱৰ পালক,
সৰ্ব্বভূত সৃষ্টিকৰ্ত্তা সৰ্ব্বসংহাৰক ।
জ্যোতিষ্কৰ জ্যোতি তেওঁ মায়াৰ অতীত,
জ্ঞান জ্ঞেয়ৰূপে থাকে সকলো হৃদিত ।

১৩।১৪ –১৮।

এইৰূপে গীতাৰ নানাস্থলত নানাভাবত শ্ৰীকৃষ্ণৰ কথা পোৱা যায় । ব্ৰহ্মৰ লগত একাত্ম ভাবত থাকি সাধকক উৎসাহ দিবৰ কাৰণে ডাঠি কোৱা নিৰাশ হোৱাৰ সময়তো আশাৰ কনিকা বৰষা সেই সুমধুৰ কথা আযাৰেবে শ্ৰীশ্ৰীকৃষ্ণতত্ত্বকথা সামৰা যাওক ।

মোতে একচিত্ত হই মোকে কৰা ধ্যান,
মোৰ অনুগ্ৰহে সৰ্ব্ববিঘ্নে পাবা ত্ৰাণ । ১৮।৫৮

তাৰ পাছত গীতাৰ মুলমন্ত্ৰ হৈছে অনাশক্তি; কিন্তু আত্মচৈতন্য আৰু বিশ্বচৈতন্য অনুভব কৰিব নোৱাৰিলে অনাসক্তি যে আচলতে কি তাৰ ৰেণুপৰিমাণো জ্ঞান নহয় । যি মানুহে জ্ঞাতসাৰে চৈতন্য বিকাশত হাত

দিছে তেওঁ হে অনাসক্তি আৰু গীতাৰ মৰ্ম্ম অন্ততঃ কিছু পৰিমাণে বুজিব পাৰে। তেওঁ হে জীৱন যাত্ৰাৰ ঘাত প্ৰতিঘাত বিলাক আভ্যন্তৰিক সৌম্যভাব অবলম্বন কৰি সহ্য কৰিব পাৰে।

আমি এই বোৰ কথা কোনোৰূপ কল্পনাৰ আশ্ৰয় লৈ লেখা নাই—আমাৰ নিজা চমু অভিজ্ঞতাৰ উপৰত থিয় দিহে এই বিলাক কথা লেখিছোঁ। আমি নিজ জীৱন যাত্ৰাত গীতাৰ যি অলপ পোহৰ শ্ৰীগুৰুৰ কৃপাত আৰু সাধনাৰ আশ্ৰয়ত জীৱনৰ বাটত পেলাব পাৰিছোঁ সেই পোহৰৰ কথঞ্চিৎ আভাস দিবৰ আশাত হে এই বিলাক কথা লেখিছোঁ যাতে জীৱন যুদ্ধত নিৰাশ নহৈ অন্ততঃ দুই এজন ভাই ভনীও যেন এই অন্তৰ্জ্যোতিৰ সহায় লৈ চলিব পাৰে; অন্ততঃ যাতে এই পোহৰৰ ফালে মুখ দিবলৈ চেষ্টা কৰিব পাৰে। আমি যি সকল সাধনাৰ বিভীষিকা আৰু সাংসাৰিক ঝঞ্ঝাবাতৰ ভিতৰে দি চলিছোঁ তাক ভুক্তভোগীত বাজে আনে নাজানে; কিন্তু আমি আন্তৰিক শান্তিৰে সৈতে সন্তোষ মনে চলিছোঁ আৰু ভবিষ্যতলৈ চলিবৰ চেষ্টা কৰিছোঁ। কিয়নো, আমি বুজিছোঁ যে এই যে বিশ্বৰ খেলা চলিছে ইয়াৰ এটা অৰ্থ আছে—ইয়াত প্ৰত্যেকৰে এডোখৰ ঠাই আছে—দাবাৰ গুটী—





পৰমেশ্বৰৰ অভিপ্ৰায় অভিব্যক্ত কৰি সকলো চলিছে। আৰু আমি বুজিছো যে

য'তে যোগেশ্বৰ হৰি, য'তে ধনঞ্জয়,
ত'তে শ্ৰী, বিজয়, নীতি—আনন্দ নিশ্চয়। ১৮—৭৮।

অৰ্থাৎ আত্মচৈতন্যস্থিত মানবাত্মাই সেই বিশ্বচৈতন্য অনুভব কৰি পৰম বিভুৰ লগত ভিতৰুৱা সংস্পৰ্শ অনুভব কৰি সদায় আভ্যন্তৰিক আনন্দ উপভোগ কৰে।

আহা, ভাইভনীসকল সেই অমৃতৰ বাণী শুনাহি। হতাশ নহবা। লাহে লাহে খোজ লোৱা। বাহিৰে ভিতৰে ধুমুহা আহিব, ঢৌ খেলাব কিন্তু একোকে ভ্ৰূক্ষেপ নকৰিবা। অন্তৰ্জীৱনৰ সেই জ্যোতিৰ প্ৰতি লক্ষ্য ৰাখিবা।

জ্যোতিষ্কৰ জ্যোতি তেওঁ মায়াৰ অতীত,
জ্ঞান জ্ঞেয়ৰূপে থাকে সকলো হৃদিত। ১৩। ১৮।

মনত ৰাখিবা আত্মচৈতনা কিয়ৎ পৰিমাণে লাভ কৰিলেও বহু মানসিক ভয়ৰ হাত সাৰিব পাৰি। অৱশ্যে আত্মচৈতন্যত নিজক জাগ্ৰত কৰি ৰাখিব লাগিব—নহলে আত্মচৈতন্য লাভ কৰিও ভ্ৰম প্ৰমাদবশতঃ পুনৰায় তললৈ নামি আহি হতাশ মনে ভয়বিহ্বল চিত্ত হৈ নানা অৱস্থাত বাগৰি ফুৰিবৰ সম্ভাৱনা। সাংসাৰিক লাভ লোকচানৰ

বিষয়ে বাৰে বাৰে হিচাব কৰি মূৰ ঘামোৱাত একো লাভ নাই—সাংসাৰিক ঘটনাক উচিত মূল্যত বিবেচনা কৰা আৰু কৰ্ম্ম কৰি যোৱা—অন্তৰৰ আলোক জলাই লোৱা। অলপ জলাব পাৰিলেও বহু উপকাৰ পাবা। গীতাৰ কথাত,

নাই কোনো পাপ আৰম্ভৰো নাশ নাই,
অল্পানুষ্ঠানতো ভয় হন্তে ত্ৰাণ পায়। ২। ৪০।
একনিষ্ঠ চিত্তে মোক উপাসনা কৰি,
মোৰ ভক্তে যায় যত যোগবিঘ্ন তৰি;
মোতে নিত্যযুক্ত ৰাখে চিত্ত বুদ্ধি মন,
ময়ো নিত্য কৰোঁ তাৰ অভাৱ মোচন। ৯। ২২!
মোত একচিত্ত হই মোকে কৰা ধ্যান,
মোৰ অনুগ্ৰহে সৰ্ব্ববিঘ্নে পাবা ত্ৰাণ;
মদগৰ্ব্বে মোক যদি কৰা অৱহেলা,
সংসাৰ সাগৰে মগ্ন হব তব ভেলা। ১৮। ৫৮।

গীতাৰ কেই ডোখৰমান ঠাই আমাৰ বৰ ভাল লাগে আৰু সেইবিলাক পঢ়ি দকৈ চিন্তা কৰিলে বিশেষ উপকাৰ পোৱা যায়। সেইবিলাক হৈছে ২য় অধ্যায়ৰ ২০—২৫; ৫৫—৫৮। ৫ম অধ্যায়ৰ ৭—৯; ১৭—২৪। ৬ষ্ঠ





অধ্যায়ৰ ৭-১৫; ১৮—২৬; ২৯-৩২। ৯ম অধ্যায়ৰ ৪-৬। ১১শ অধ্যায়ৰ বিশ্বৰূপ। ১২শ অধ্যায়ৰ ১৩-১৯। ১৩শ অধ্যায়ৰ ৮-১২; ১৪-১৮। ১৪শ অধ্যায়ৰ ২২-২৭। ১৭শ অধ্যায়ৰ ১৫-১৭। ১৮শ অধ্যায়ৰ ৫১-৫৪। ইয়াত বাজেও কোনো কোনো শ্লোক বৰ মধুৰ আৰু প্ৰাণোন্মাদকাৰী।

আৰু দুটা এটা কথাকৈ সামৰোঁ। আমি আত্মসংমৰ বিষয়ে নিজেও চেষ্টা কৰোঁ আৰু পৰকো উপদেশ দিওঁ। কিন্তু বাস্তবিকে বহুতে নাজানে প্ৰাত্মসংযম কি ভেটিৰ ওপৰত প্ৰতিষ্ঠিত। যি নিজৰ মইত্ব উপলব্ধি কৰিব পাৰা নাই—যি আত্মচৈতন্য ভূমিত থিয় হব পাৰা নাই তাৰ পক্ষে আত্মসংযম কৰিব যোৱা বৰ দুৰূহ। বাস্তবিকে "মই"ৰ ভূমি আশ্ৰয় নকৰিলে আত্মসংযম কেৱল কথাৰ কথা বুলিয়ে কব পাৰি। আমি প্ৰচাৰকৰ হিচাবে কথা কোৱা নাই—আমি সাধকৰ দৃষ্টিৰ পৰা সাধনাৰ ভূমিৰ কথা কৈছোঁ। প্ৰত্যেক সাধকেই আত্মসংযমৰ বিষয়ত ভূক্তভোগী আৰু সাধকবিলাকৰ চমু অভিজ্ঞতাৰ উপৰত বহু কথা নিৰ্ভৰ কৰে। প্ৰত্যেক সাধকেই অনুভব কৰে যে গীতাৰ কথাই ঠিক—প্ৰকৃত মইৰ প্ৰতি লক্ষ্য ৰাখিলে

সংযম সহজসাধ্য; কিন্তু সেইফালে লক্ষ্য নাৰাখিলে হাজাৰ চেষ্টা কৰিও লক্ষ্য ভ্ৰষ্ট হোৱা যায়।

মুক্তিলাভে যত্নপৰ বিবেকী জনৰ;
উন্মত্ত ইন্দ্ৰিয়ে কৰে হৰণ মনৰ
সদায় সংযমী কিন্তু স্থিতপ্ৰজ্ঞজন,
তুমিও সংযত হই মোত দিয়া মন। ২।৬০-৬১।

অভ্যাসযোগৰ দ্বাৰা আত্মচৈতন্যলাভ আৰু বিশ্বচৈতন্যত ভুমুকি; তাৰ ফলত শান্তিলাভ, আত্মসংযম, ঐকান্তিকী ভক্তি আৰু আভ্যন্তৰিক অনাশক্তি—এয়ে গীতাৰ সাৰ মৰ্ম্ম।

গুৰুৰ উপদেশ মতে সাধনাৰ ভূমি আশ্ৰয় কৰি শান্তি লভিবলৈ চেষ্টা কৰা। নিজ অন্তৰত শান্তি নাপালে বাহিৰত ক'তো শান্তি নোপোৱা; কোনো বাহ্যিক বস্তুৱে তোমাক শান্তি দিব নোৱাৰে। অভ্যাস যোগেই জীৱনত ফলদায়ক হয়। অভ্যাসযোগ আশ্ৰয় কৰা পৰম সুখ লাভ কৰা।

ইদৰে নিস্পাপী যোগী মন থিৰ কৰি,
ব্ৰহ্মস্পৰ্শসুখ লভে পাপ তাপ এৰি;
আত্মস্থিত সৰ্ব্বভূত, আত্মা সৰ্ব্বভূতে,
সমদৰ্শী যোগী দেখে সকলো ঠাইতে। ৬।২৮-২৯।





আধ্যাত্মিক ৰাজ্যত—

যদি স্বৰ্গৰ সুধাবহ অমৃতক্ষৰ পৱন হিল্লোলত প্ৰাণ মতলীয়া কৰিব খোজা—যদি মন্দাকিনীৰ পাৰত থকা নন্দন কাননৰ পাৰিজাতৰ গোন্ধত আমোলমোল হব খোজা—যদি সাগৰৰ উত্তাল তৰঙ্গমালা দেখি কল্পনাৰ আশ্ৰয় লৈ ৰদ কাচলিত জকমক্ কৰা ঢৌৰ উপৰত আনন্দত নাচি বাগি ফুৰিব খোজা—যদি সন্ধ্যা সময়ৰ ভাঙা ভাঙা মেঘৰ সুবৰ্ণ খচিত ওৰণি গুচাই নীল আকাশৰ শান্ত নিৰ্ম্মল ওপচিপৰা স্বৰ্গীয় জেউতি ভুমুকি মাৰি চাব খোজা, যদি প্ৰকৃতি দেবীৰ সেউজীয়া আৱৰণৰ ভিতৰেদি কাৰ মনমোহা মূৰতি প্ৰকাশিত হৈছে সেইটো হৃদয়ঙ্গম কৰিব খোজা আৰু জীৱন সঙ্গীত শুনি ভাবত ভাহি ভাবত হাঁহি ভাবে দি নিজক ধন্য কৰিবৰ ইচ্ছা কৰা, তেন্তে আহা ভাইভনীসকল, সাধনাৰ ভূমি আশ্ৰয় কৰি সেই পৰম আৰু চৰম লক্ষ্যৰ প্ৰতি আমি ধাউতি কৰোঁহঁক।

শুনা, অমৃতৰ বিশ্ববাসীপুত্ৰগণ!
সুৰলোক স্থিত কিম্বা নৰলোকজন;
জানিছো পুৰুষ মই অতীব মহৎ,
আন্ধাৰৰ সিপাৰত ৰাজে সূৰ্য্যৱৎ।

তেওঁক জানিলে মৃত্যু পাৰ হব পাৰি,
নাই অন্য পথ আৰু মহতক এৰি ।

শ্বেতাশ্বতৰ উপনিষদ ।

এই পথত প্ৰতিষ্ঠা লাভ কৰিবৰ শক্তি তোমাতে নিহিত আছে : এই পথত প্ৰতিষ্ঠা লাভ কৰিলে তুমিও কব পাৰিবা, অৰ্থবোধেৰে সৈতে কব পাৰিবা,

হৰিৰ অদ্ভুত ৰূপ স্মৰি ঘনে ঘন,
আনন্দ সাগৰে ঘনে হওঁ নিমগন;
য'তে যোগেশ্বৰ হৰি য'তে ধনঞ্জয়,
ত'তে শ্ৰী,বিজয়, নীতি,—আনন্দ নিশ্চয় ।

১৮।৭৭-৭৮ ।

গুৱাহাটী
কাতি, ১৩২৫

হৰি ওঁ কৃষ্ণাৰ্পনমস্তু ।